# কালিকা পুৰাণ

বা

## হৰ-গৌৰীৰ বিবাহ।

**চতুৰ্থ তাঙৰণ**

প্ৰকাশক—

দত্ত বৰুৱা

নলবাৰী—কামৰূপ, (অসম)

১৯৫২ চন

বেচ— ।৵০ পনা মাত্ৰ।

শ্ৰীশ্ৰীকৃষ্ণায় নমঃ

# কালিকা পুৰাণ

## হৰ-গৌৰীৰ বিবাহ

নাৰায়ণং নমস্কৃত্য নৰঞ্চৈব নৰোত্তমং।
দেবীং সৰস্বতীং ব্যাসং ততো জয়মুদীৰয়েৎ॥

পদ।

বৈশম্পায়ন কহে জন্মেজয়ৰ আগত।
হৰ-গৌৰী বিবাহৰ ভৈলা যেন মত॥
তাৰকাত হন্তে দেৱগণে ডৰ পাই।
ব্ৰহ্মাৰ আগত দুখ নিবেদিলা যাই॥ ১
তাৰকাই অমৰাৱতী কৰিলেক নষ্ট।
বাৰে বাৰে আমাসাক দিয়া আছে কষ্ট॥
হেন জানি বিধি কৰিয়োক প্ৰতিকাৰ।
যাৰে নতু নষ্ট হোৱে সংসাৰ তোমাৰ॥ ২
ব্ৰাহ্মায়ে বোলন্ত শুনিয়োক দেৱগণ।
সংসাৰত তাৰকাক মাৰে কোন জন॥

শিৱৰ বৰত বল বাঢ়িল অশেষ।
সেহিসে কাৰণে সবে পাই আছো ক্লেশ ॥ ৩
শিৱৰ পুত্ৰৰ হাতে আছয় মৰণ।
হেন জানি লৈয়ো সবে শিৱত শৰণ ॥
সমস্তে বৃত্তান্ত শিৱস্থানে কহিযোক।
পুত্ৰ জন্ম হৌক শিৱে কন্যা বিবাহোক ॥ ৪
তেবেসে তাৰকা তান হাতে যাইবো মৰি।
এহিসে কহিলো মই নিষ্ঠে নিষ্ঠ কৰি ॥
কহিলো সমস্তে কথা আবে তোমাসাত।
শীঘ্ৰে কহিযোক যাই শিৱৰ আগত ॥ ৫
হেন শুনি দেৱগণ শিৱত কহিলা।
তান বাক্য শুনি শিৱে বচন বুলিলা ॥
শুনা দেৱগণ মই কন্যা কৈত পাম।
নাই ভাই বন্ধু মোৰ কাহাক পঠাম ॥ ৬
হেন জানি মই এৰি আছো গৃহবাস।
নকৰো বিবাহ মই থাকিবো উদাস ॥
হেন শুনি দেৱগণে বোলে স্তুতি বাণী।
ব্ৰহ্মাৰ আদেশে প্ৰভু আসিয়াছো আমি ॥ ৭
ভাল চাই এক গুটি কন্যা বিবাহোক।
তিনিও লোকত অতি যশস্যা ৰহোক ॥

ব্ৰহ্মাৰ বচন শুনি মনে ভাবি চাই।
বোলন্ত দিয়োক এক কন্যা ভাল চাই॥ ৮
কৈত আছে ভাল কন্যা সুধিবা ব্ৰহ্মাত।
সুধি পুছি খুজিবাহা কহিবা আমাত॥
দেৱগণে বোলে প্ৰভু শুনিয়ো সম্প্ৰতি।
হেমন্তৰ ঘৰে কন্যা আছন্ত পাৰ্ব্বতী॥ ৯
ৰূপে গুণে অনিন্দিতা সিটো মহাধন্যা।
ব্ৰহ্মায়ে বোলন্ত বিবাহোক সেহি কন্যা॥
শুনি মহাদেৱে হাসি বুলিলন্ত বাণী।
বিবাহ কৰোহো তেন্তে সেহি কন্যা আনি॥ ১০
তাত হন্তে তেবে মোৰ পুত্ৰ উপজিব।
তেবেসে তাৰকাসুৰ বিনাশ হইব॥
শুনি ৰঙ্গে দেৱগণে কৰিলা বিদায়।
ব্ৰহ্মাৰ আগত সবে কহিলন্ত যাই॥ ১১
শুনি ব্ৰহ্মা তেতিক্ষণে আনি নাৰদক।
সত্বৰে যায়োক বাপু হেমৱন্ত ঘৰক॥
সবাৰো বচন ৰাখি তাহাৰ জীউক।
মহাৰঙ্গ মনে বিহা দিয়োক শিৱক॥ ১২
পিতৃৰ বচন শুনি নাৰদ গৈলন্ত।
আকাশ গমনে গই পাইলা হেমৱন্ত॥

ঘৰত ৰহিলা ঋষিৰাজে জ্ঞান দিলা।
শুনি হেমৱন্তে আসি আগবাঢ়ি নিলা॥ ১৩
আসনে বৈসায়া ৰাজা পাৱ ধুৱাইলন্ত।
সেহি পাদোদক ৰাজা শিৰত লৈলন্ত॥
গন্ধ পুষ্প ধূপ দিয়া ঋষিক পূজিলা।
হাসি হাসি গিৰিৰাজে ঋষিত পুছিলা॥ ১৪
কিবা প্ৰয়োজনে আসিয়াছা ঋষিৰাজ।
নাৰদে বোলন্ত শুনিয়োক গিৰিৰাজ॥
শুনিলো জন্মিল কন্যা তোমাৰ ঘৰত।
ব্ৰহ্মাদেৱে কহিবাক পঠাইলা তোমাত॥ ১৫
বোলে যিটো কন্যা জন্মি আছয় ঘৰত।
সেহি কন্যা খানি বিহা দিয়োক শিৱত॥
শুনি হেমৱন্তে বুলিলন্ত ভাল ভাল।
শিৱ জগতৰ গুৰু জীৱ সৰ্ব্বকাল॥ ১৬
অলপ বয়স কন্যা আতি অল্পমতি।
তানে আতি শুচি মনে যাকে মানে প্ৰীতি॥
যদি জীয়ে ভাল দেখে তাইৰ স্বামী ভাল।
ভস্ম অঙ্গে বিভূষিত গাৱ সৰ্ব্বকাল॥ ১৭
মাথাত আছয় জটা গলে মুণ্ডমালা।
ত্ৰিশূল ডম্বৰু হাতে পিন্ধে বাঘছাল॥

হেনয় লক্ষণ দেখি ভয় নকৰয়।
জানিবা শিৱত দিবো কহিলো নিশ্চয়॥ ১৮
হেন শুনি ঋষিৰাজে আশীর্ব্বাদ কৰি।
দেৱীৰ মন্দিৰে গৈলা তেতিক্ষণে চলি॥
বিৰল স্থানত গৈয়া দেৱীক দেখিলা।
কৰযোৰ কৰি ঋষিৰাজে প্রণামিলা॥ ১৯
শুনিয়োক জগত জননী মহামায়া।
আমাসাক প্রতি কিছু কৰিয়োক দায়া॥
তুমি জগতৰ মাৱ জগত ঈশ্বৰী।
তুমি লক্ষ্মী সৰস্বতী তুমি জগন্ময়ী॥ ২০
তোমাৰ কটাক্ষে হোৱে জগত সংসাৰ।
এতেকে তোমাক কৰো শত নমস্কাৰ।
ব্রহ্মাৰ আদেশে দেৱগণ আছে যত।
তোমাক বিবাহ দিবে হৰত সম্মত॥ ২১
হেন বাক্য শুনি দেৱী হাসি মুচুকাই।
ঋষিৰ আগত কথা কহিলা বুঝাই॥
শুনা ঋষিৰাজ মই নোহো স্বতন্তৰী।
পিতৃৰ অধীন মই বালিকা কুমাৰী॥ ২২
পিতৃ যদি দিম বুলি কহিয়া আছয়।
ভজিবো শিৱক মই বুলিলো নিশ্চয়॥

ব্ৰহ্মাৰ আগত তুমি জান দিয়া যাই।
শিৱসে মোহোৰ স্বামী জানিবা নিশ্চয় ॥ ২৩
এহি বুলি মৌনভাৱ হুইয়া ৰহিল।
মহাৰঙ্গে ঋষিৰাজ তেগনে চলিলা ॥
ব্ৰহ্মাৰ আগত ঋষিৰাজে কহিলন্ত।
শুনিয়া ব্ৰহ্মাৰ মনে আনন্দ মিলন্ত ॥ ২৪
পুনৰপি ব্ৰহ্মা বোলে শুনিয়ো পুতাই।
মহেশ্বৰ আগে তুমি কহিয়োক যায় ॥
শুনি ঋষিৰাজে তেতিক্ষণে চলি গৈলা।
মহেশৰ আগে সব বুজাই কহিলা ॥ ২৫
ব্ৰহ্মাদেৱে তযু পাশে পঠাইলন্ত মোক।
হেমৱন্তৰ কন্যা খানি বিবাহ কৰোক ॥
ৰূপে লক্ষ্মী স্বৰস্বতী নোহে সমসৰ।
বদন প্ৰকাশে যেন পূৰ্ণ শশধৰ ॥ ২৬
তোমাৰেসে মনোমত হৈবে সিটো জীয়া।
হেন জানি সেহি কন্যা কৰিয়োক বিয়া ॥
ভাল ভাল বুলি সবে প্ৰশংসা কৰিলা।
নমস্কাৰ কৰি ঋষিৰাজ চলি গৈলা ॥ ২৭
পাছে নন্দী ভৃঙ্গীক যে মাতিয়া আনিলা।
ঠগিত কৰিয়া গুৱা-পাণ আনি দিলা।

বোলে চলিয়োক দূত হেমৱন্ত ঠাই।
তাহান আগত কথা কহিয়োক যাই॥ ২৮
আমাক দিয়োক বিহা তাহান কন্যাক।
ব্ৰহ্মা আদি দেৱগণে প্ৰশংসয় যাক॥
শুনি নন্দী ভৃঙ্গী তৈতিক্ষণে চলি গৈলা।
হেমৱন্তক দেখি দুয়ো প্ৰণাম কৰিলা॥ ২৯
গুৱা-পাণ ঠগিখান আগ বঢ়াই দিলা।
মহাদেৱে কন্যা খোজে বুলিয়া কহিলা॥
হেমৱন্তে গুৱা-পাণ ভিতৰক নিলা।
মেনকাৰ আগে তাৰ কিছু আনি দিলা॥ ৩০
মেনকা বোলয় ইটো কৈৰ গুৱা-পাণ।
কোনে কন্যা খুজিবাক আসে মোৰ স্থান॥
বোলে গিৰিৰাজে কন্যা শিৱক দিলন্ত।
চাৰি দিন বাজে শিৱে বিহা কৰিৱন্ত॥ ৩১
শুনিয়া মেনকা দেৱী শিহৰি উঠিল।
হেমন্তক নিন্দা বাণী বুলিবে লাগিল॥
নজানানে তুমি মই কেনে জনী মাক।
আছোক পাবাক ভাত নাপায় মাতক॥ ৩২
সমস্তে জানয় মই মাক নোহো ভাল।
তোমাৰ সহিতে নিতে লাগে খৰিয়াল॥

ঐ আই মই কিবা শুনিলোঁহো কাণে।
দৰিদ্ৰ গোটৰ সিটো ৰাখে গুৰা-পাণে॥ ৩৩
ত্ৰিভুৱন মাজে সিটো জোৱাই নাপাই।
নাঙ্গঠাক দেই জীক ছুই চক্ষু খাই॥
এহি বুলি মেনকাই পিতিলা ধপলা।
ছিৰাছিৰ হুই গৈল কটিৰ মেখলা॥ ৩৪
শুনিয়ো কুটিয়া বুঢা কি কাজ কৰিলি।
পাৰ্ব্বতী জীক তই জুইত পুৰি খালি॥
নাই খেতি বাতি সিটো সদা মাগি খায়।
শুনিয়াছো পগলাৰ ঘৰ বাৰী নাই॥ ৩৫
চাউল ভাতৰ তাৰ নাই ব্যৱহাৰ।
সদায় কৰয ভাঙ্গ ধতুৰা আহাৰ॥
নাহিকয় সোণ ৰূপ বস্ত্ৰ নাহি ভাল।
গলত মুণ্ডৰ মালা কটিত বাঘছাল॥ ৩৬
নাহিকে মনুষ্য সঙ্গ ভূত প্ৰেতগণ।
শ্মশানশালাত নিতে কৰয ভ্ৰমণ॥
নাহি তান পিতল কাহৰ লোটা বাটি।
শুতিবাক নাহিকে তাহাৰ খাট পাটি॥ ৩৭
নাঙ্গঠা ভাঙ্গুৰা তাৰ নাহি লাজ কাজ
নাঙ্গঠে আসিব সিটো আমাৰ সমাজ॥

মহা কামাতুৰ হুয়া আসিবেক খেদি।
পলাইবেক সুন্দৰী তাহাক লাগ নেদি ॥৩৮
এহি বুলি মেনকাই কৰে তিৰস্কাৰ।
শুনি হেমৱন্তে ভৈল বিশ্রুতি আকাৰ॥
মনত গুণন্ত মই কি কাম কৰিলো।
মেনকাক সুসুধিয়া জোঁৱাই কৰিলো॥ ৩৯
এহি বুলি উঠিলন্ত ৰাজা সমাজৰ।
খোস মোস কৰি যাই পশিলা ভিতৰ॥
হুমুনিয়া ছাৰি ৰাজা বসিলন্ত যাই।
মেনকায়ো আসিলা ৰাজাৰ সাৰি পাই॥ ৪০
মেনকাৰ শুনি ৰাজা অনেক কুবাক্য।
একো নামাতিয়া ৰাজা স্তম্ভিয়া ৰৈলেক॥
মেনকা বোলয় শুনিয়োক গিৰিৰাজ।
বৰ খুজি নপাইলাহা ত্রিভুৱন মাজ॥ ৪১
কোনোবা তপসী তাৰ গাৱে ফঁটা কানি।
গুৱাপাণ আনি আছে কাঠৰ ঠগি থানি॥
হেনয় দৰিদ্র পিতলুৰ ঠগি নাই।
কেনমতে বিয়া দিবা স্নেহৰ জীয়াই॥৪২
অঙ্গুৰাত বিহা জীক নিদিবো সমূলি।
একে সাজে লাগে তাক ভাঙ্গ তিনি ভুলি॥

তিনি চাৰি পুৰা লাগে ধতুৰাৰ গুটি।
ইহাক স্মৰি মোৰ প্ৰাণ যায় ফুটি॥ ৪৩
হৰি হৰি গিৰিৰাজ দুই চক্ষু খালা।
তপসী গোটক বৰ জোঁৱাই খুজি পালা॥
সমুদ্ৰত জাম্পো কিম্বা কৰো বিষ পান।
যদি জীক দিব লাগে তপসীক দান॥ ৪৪
আলোলোৱা জী মোৰ কান্দি ভাত খায়।
ভাঙ্গ খুন্দা ডাঙ্গ দেখি মৰিব ডৰাই॥
কিমতে দিবেক ঢেকি কিমতে জাৰিব।
ভাঙ্গৰ গুৰি নাপাই শিৰে কিলায়ে মাৰিব॥ ৪৫
কিমতে চালিব ভাঙ্গ কেহো নিশিকালে।
হেন দৰিদ্ৰেক তুমি জোঁৱাই পাইলে॥
ওচৰ চাপিলে সৰ্পে তুলিবেক ফেট।
ভয়তে নুহিবে গৌৰী জোঁৱাইৰ ভেট॥৪৬
এহিমতে মেনকাই কৰে তিৰস্কাৰ।
শুনি হেমৱন্তে ভৈল বিজ্ঞান আকাৰ॥
বুলি মাতি মেনকাক কিছু শান্ত কৈলা।
লাহে লাহে ৰাজা তাঙ্ক বুজাইবে লৈলা॥৪৭
অনেক যুগুতি দেখাই বুলিবে লাগিলা।
তথাপি মেনকা ভাল মুখে নমাতিলা॥

বুলিলন্ত জোঁৱাই যদি আসে আমি চাওঁ।
তেবেসে দিবোক কন্যা যদি ভাল পাওঁ ॥৪৮
সেহি বাক্য শুনি হেমৱন্তে ৰঙ্গ ভৈলা।
তেতিক্ষণে গৈয়া নন্দী ভৃঙ্গীত কহিলা॥
আসোক জোঁৱাই দেখিবাক মন ভৈল।
শুনি নন্দী ভৃঙ্গী তেতিক্ষণে চলি গৈল ॥৪৯
কহিলা শিৱৰ আগে নমস্কাৰ কৰি।
চলিবাক লাগে প্ৰভু হেমৱন্ত পুৰী॥
দেখিবাক লাগি তাসম্বাৰ মন ভৈলা।
বিলম্ব নকৰি প্ৰভু তৈকে লাগি চলা ॥৫০
শুনি মহাৰঙ্গে শিৱ উঠি তাৱক্ষণে।
ভাল ভাল বুলি মাথা ক্ষোকাৱয় ঘনে॥
বেতাল ভৈৰৱগণ আছয় যতেক।
বীৰ সাজে কাছি পাৰি সবে চলিয়োক।৫১
এহি বুলি শিৱ সমস্তকে আদেশিলা।
আপুনিও বীৰকাচে কাচিবাক লৈলা॥
বিভূতি আনিয়ে মণ্ডিলন্ত শৰীৰত।
ভোকন্দিৰ টোনাথান শোভয় গলত ॥৫২
কটিত বাঘৰ ছাল বান্ধিলন্ত টানি।
তহিতে শোভয় নব হস্তৰ কিঙ্কিণী॥

আপাদলম্বিত গলে লবে মুণ্ডমাল্য।
ককালত বান্ধে দীৰ্ঘ সৰ্পৰ মেখলা।৫৩
গলত গুলিয়া শোভে ফেটী বাকৰাজ।
জণ্টাত তুলিয়া বান্ধিলন্ত নাগৰাজ॥
কৰ্ণত কুণ্ডল দিলা সৰ্প মনোনীত।
আউল জাউল সৰ্প কেশৰ মাজত ॥৫৪
চিকা মৰলীয়া ভৈলা হাতৰ কঙ্কণ।
ইন্দ্ৰজিত সৰ্প ভৈল বাহুৰ ভূষণ॥
বনস্পতি সৰ্প ভৈলা কপালৰ জেঠি।
ললাট ওপৰে স্থান দিল মাটিফেটী॥৫৫
হাতৰ বলয়া ভৈল ক্ষুদ্ৰ নাগগণ।
ৰুদ্ৰাক্ষ স্বৰূপ ভৈল সৰ্প অগণন॥
সকচুৰ ভৈল হাৰ হৃদয়ে সুন্দৰ।
শাকিনী নূপুৰ ভৈলা জানিবা পাৱৰ॥৫৬
এহি ৰূপে ভৈলা সব সৰ্প অলঙ্কাৰ।
ভস্মে বিভূষিত কায় আতি চমৎকাৰ॥
মাথে সুৰেশ্বৰী গঙ্গা কৰন্ত প্ৰকাশ।
কপালত অৰ্দ্ধচন্দ্ৰ কৰন্ত বিকাশ॥৫৭
ত্ৰিশূল ডম্বৰু শোভা কৰে চাৰি হাতে।
পিণাক ধনুক বৰাভয় যে তহিতে॥

স্ফটিক পৰ্ব্বত যেন কাজলৰ ফোঁট।
কণ্ঠত প্ৰকাশে বিষ নামে কালকূট ॥৫৮
বৃষভক পিন্ধাইলা বহু অলঙ্কাৰ।
গলে শোভে সৰ্পময় মুকুতাৰ হাৰ ॥
সুৱৰ্ণৰ ঘণ্টাচয় আৰিলা গলত।
কাঞ্চন ৰাৱ কৰে নূপুৰ পাৱত ॥৫৯
পিঠিত তুলিয়া তান গাদিক বান্ধিলা।
নানা অস্ত্ৰ শস্ত্ৰ আনি তহিতে ৰাখিলা ॥
এহিমতে বৃষভক সজাই আনি লৈলা।
আগে পাছে যাই ভূতে যোগান ধৰিলা ॥৬০
আকাশত দেৱগণে পুষ্পবৃষ্টি কৰে।
মহা ভয়ঙ্কৰ বেশ ধৰিলা শঙ্কৰে ॥
অনন্তৰে শিৱে পাইলা হেমৱন্ত ৰাজ্য।
আসিলন্ত জোঁৱাই জানিশন্ত গিৰিৰাজ ॥৬১
পূজিলন্ত ৰাজা পাছে বিধি ব্যৱহাৰে।
পূজা অন্তে দণ্ডৱত ভৈলা বাৰে বাৰে ॥
শুনা সভাসদ ইটো কিনো অদভুত।
জগতৰ গুৰু শিৱ তান হেন ৰূপ ॥৬২
অভেদ শৰীৰ হোৱা ব্ৰহ্মা বিষ্ণু হৰ।
তথাপিও ভিন্ন ভাৱ কৰে অজ্ঞানৰ ॥

সৃজন পালন আৰো সংহাৰ কাৰণ।
ভিন্ন ৰূপে প্ৰকাশন্ত হুয়া ভিন্ন ভিন্ন ॥৬৩
হেন জানি সৰ্বজনে অন্য কাৰ্য্য এৰি।
শিব বিষ্ণু বুলি সবে বোলা হৰি হৰি ॥

---

ঝুণা

মেনকা আসিয়া জোঁৱাই দেখি।
বিস্ময় মানিয়া মুদিলা আখি ॥
দেখিলো কিনো অতি অদভুত।
মনুষ্য আকাৰ পিশাচ গোট ॥৬৪
এহি বুলি দেবী ভিতৰে গৈলা।
জোঁৱাই শিবক নিন্দিবে লৈলা ॥
আইৰে আই মই কিবা দেখিলো।
জোঁৱাইক দেখিয়ে তবধ ভৈলো ॥৬৫
যেনে শুনিছিলো দেখোহো তেনে।
এনুৱাক জোঁৱাই বুলিব কোনে ॥
আইৰে আই মই কি কাম কৰিলো।
পাৰ্ব্বতী জীক মই জুইত পুৰি থালো ॥৬৬

কি কৰিবো মই কিবা উপায়।
ৰাক্ষসৰ সঙ্গে নাথাকো ময়॥
এৰিল্লোহো ঘৰ এৰিলো পৈ।
ফুৰিবোহো মাত্র বাতুল হুই॥৬৭
পই হস্তে মোৰ নাহিক সুখ।
নেওচা কেওচা নাচাওঁ তাৰ মুখ॥
পাৰ্ব্বতী জীয়াৰ নভৈল ঘৰ।
বাপেকে আনিছে কুঠিয়া বৰ॥৬৮
এনে পিশাচৰে ঘৰ নহয়।
কিমতে থাকিব সাপসব লুই॥
নাজানি ঘৰত নাই কাপোৰ।
সিহেতু পৰন্ত সাপৰ মেৰ॥৬৯
নাহিকে ঘৰে চুৰিয়া ভাল।
সিকাৰণে পিন্ধে বাঘৰ ছাল॥
নাহি একো ৰূপ সোণৰ মাল।
সিহেতু পিন্ধিছে মুণ্ডৰ মাল॥৭০
নাহিকে ঘোৰা হাতী একো যান।
বৃষভত উঠি আসে ই থান॥
দেখিয়েই চিনিলো দৰিদ্রৰ চিন।
স্বভাৱ দেখিয়া লাগয় ঘিণ॥৭১

কিমতে ওচৰ চাপিবে আই।
ফেটী সাপে জানো মাৰিবে খাই॥
শাখিনী সাপে মেলিবে ফেট।
ওচৰ চাপিতেই মাৰিব খোট॥৭২
কিমতে নখাই থাকিব ভাত।
কিমতে লৈবে বাঘছাল গাত॥
বাঘচাল নোমে গাত বিন্ধিব।
কিমতে গলত সর্প বান্ধিব॥৭৩
হেনয় দৰিদ্ৰেক দিলে জীক।
কণা হেমৱন্ত জীৱন ধিক্॥
হেমৱন্ত ৰাজা নামৰ কিক।
হেন জোঁৱাই পালা ধিক ধিক॥৭৪
এহি ৰূপে বহু বিকৰ্থনা কৰি।
হেমন্তক ভৎর্সে মেনকা সুন্দৰী॥
বৰ্ণিবে লাগিলা অনেক ভাৱে।
নকৈলো পদ বিস্তৰৰ ভয়ে॥৭৫
শুনা সৰ্ব্বজন শিৱৰ চৰিত্ৰ।
জগতকে যিটো কৰে পৱিত্ৰ॥
জানিবা কলিত নাম্মেসে সাৰ।
হৰি হৰি বুলি তৰা সংসাৰ॥৭৬

## দুলড়ী

হৰি হৰি বিধি নকৰিলা সিদ্ধি
মোহোৰ মন বাঞ্ছিত।
পাৰ্ব্বতীৰ যোগ্য বৰক নিদিয়া
সপিলা কাল মুখত ॥৭৭

ইটো মিছা বাপ যেন ঢোৰা সাপ
নাহিকে মনত তাপ।
দশ মাস গৰ্ভ ভাৰক বহিয়া
মই পাওঁ যত তাপ ॥৭৮

অকাৰণে তোক দুখ কৰি মই
তুলিলো পাৰ্ব্বতী আই।
ইসব দুখক সুমৰন্তে মোৰ
শোকে প্ৰাণ ফুটি যাই ॥৭৯

সুবৰ্ণৰ খাটে শুতি থাকা আই
দাসীয়ে চামৰ ধৰে।
সুবৰ্ণ কঙ্কণ হাতত জ্বলয়
কণ্ঠে সাত সৰি জ্বলে ॥৮০

মৰক কুণ্ডল কৰে জল মল
পাৱত নূপুৰ জ্বলে।
দশ আঙ্গুলিত সোণাৰ আঙ্গুঠি
হীৰা গলপতা গলে ॥৮১

হেন সব দ্ৰব্য পৰিহৰি আই
বহু দুখ পাবা তাত।
আন দ্ৰব্য তাৰ নাহিকে গৃহত
বাঘছাল মাত্ৰ গাত ॥৮২
নাহি ধন ধান শুদা ঘৰ খান
ভাঙ্গ ধতুৰাৰ চাঙ্গ।
ভাঙ্গ গুৰা চলা আছে ডলা কুলা
আৰু ভাঙ্গ খুন্দা ডাঙ্গ ॥৮৩
ভাঙ্গৰ সম্বল মাত্ৰ আছে ঘৰে
অন্য কিছু বস্তু নাই।
খাইবাৰ হেতু নাই চিৰা পিঠা
সদাই ভাঙ্গকে খাই ॥৮৪
চাউল ভাতৰ নাই ব্যৱহাৰ
ভাঙ্গকে ঘুটিয়া খায়।
ভাঙ্গ ঘুটিবাক নপাৰয় যদি
মাৰিবে ডাঙ্গে কোবাই ॥৮৫
ইসব দুখক সুমৰিয়া মোৰ
শোক শেলে প্ৰাণ যাই।
বিলাপ কৰিয়া কান্দন্তে কান্দন্তে
ভৈলন্ত বিশ্ৰুতি প্ৰায় ॥৮৬

দেখি নৰ-নাৰী সবে চাপি ধৰি
দাসীগণ আছে যত।
সবে নানা ভাবে অনেক প্ৰকাৰে
বুজাৱয় মেনকাক ॥৮৭
শুনিয়া মেনকা মাৰিয়া জোকাৰ
সবাকো বুলিলা বাণী।
কাহাৰো কথাক নুশুনয় দেৱী
নাখাৱন্ত ভাত পানী ॥৮৮
সবাৰো দুখক দেখিয়া পাৰ্ব্বতী
মনত অসুখ আতি।
ভাবি চিন্তি মনে মোহোৰ নিমিত্তে
আছে আই কান্দি-কাতি ॥৮৯
এহিমতে ভাবি আসিলন্ত চাপি
তেতিক্ষণে শীঘ্ৰ কৰি।
প্ৰণাম কৰিয়া কহিবে লাগিলা
দুই চৰণত ধৰি ॥৯০

পদ

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
মাৱৰ চৰণ ধৰি পাৰ্ব্বতী বোলয় ॥
শুনিয়োক মাৱ তুমি সবাতো বিদিত।
মোহোৰ নিমিত্তে শোক কৰা অনুচিত ॥৯১

কন্যা ভৈলে দিব লাগে চাই যোগ্য বৰ।
পুত্ৰ ভৈলে পৰ কন্যা আনিবেক ঘৰ।
অৱশ্যে আমাক পিতা পৰে দিবে দান।
বেদৰ নিয়ম এই বিধিৰ নিৰ্ম্মাণ ॥৯২
হেন জানি আই তুমি পৰিহৰা শোক।
যৈতে পিতা দিব খোজে তৈতে দিয়া মোক ॥
যিটো পূৰ্ব্বে লিখা আছে মোৰ কপালত।
সেহি হৈব যদি পিতা বাধয়ো তাহাত ॥৯৩
হেন জানি আই তুমি নকৰিবা শোক।
যাক মোৰ ভাগ্যে আছে পাইবো তাহাক ॥
মোহোৰ নিমিত্তে আই শোক পৰিহৰা।
হেন জানি আই তুমি মন কষ্ট এৰা ॥৯৪
পাৰ্ব্বতীৰ কথা শুনি মেনকা সুন্দৰী।
সমস্ত শৰীৰ তান আসিল শিয়ৰি ॥
জানিলোহো আই তোৰ মনৰ বাঞ্ছিত।
দৰা দেখি আই তোৰ উত্ৰাৱল চিত্ত ॥৯৫
যাক তই যাইবি দেখিবোহো তোৰ সুখ।
ভাঙ্গ খুন্দা টাঙ্গোনেৰে ভাঙ্গিবেক মুখ ॥
মাসেকত এক সাজ নাপাইবি ভাত।
সাপক পিন্ধিবি বাঘছাল লৈবি গাত ॥৯৬

মই হিয়া ধাকুৰোহো সবে অকাৰণ।
পাগল্যাক দেখিয়া তোৰ বৰ গৈছে মন ॥
ভঙ্গুৰাক দেখিয়া তোহোৰ গৈছে ইচ্ছা।
মই যে বেজাৰ কৰো সবে কথা মিছা ॥৯৭
হেন বাক্য যেতিক্ষণে পাৰ্ব্বতী শুনিল।
লাজ পাই তেতিক্ষণে ভিতৰ পশিল ॥
ভিতৰৰ কথা আবে এহিমানে থওঁ।
বাহিৰৰ কথা যত শুনা তাকে কওঁ ॥৯৮
পাদ্য অৰ্ঘ দিয়া ৰাজা শিৱক ভুষিলা।
ৰাজাৰ ভক্তিত শিৱ আনন্দিত ভৈলা ॥
হাসি হাসি শিৱে পাছে ৰাজাত পুছিলা।
বিবাহৰ দিন বাৰ কিবা স্থিৰ কৈল ॥৯৯
আৰু কিবা দ্ৰব্য লাগিবেক বিবাহত।
তাহাৰ স্থিৰতা কৰি কহিও আমাত ॥
হেমৱন্তে বোলে প্ৰভু নাহিকে উপায়।
আছন্ত মেনকা দেবী শোকতে শুকাই ॥১০০
তোমাৰ ৰূপক দেখি আছন্ত ভয়ত।
মাতিলেও মোক ভাল মুখে নেদে মাত ॥
হেন জানি আজি প্ৰভু ৰহিও ইঠাই।
মেনকাক চাওঁ মই বঢ়াই বুজাই ॥১০১

বিবাহ দিবয় যদি মেনকাই জীক।
তেতিয়া কৰিয়া দিম বস্তু-বাৰি ঠিক॥
এহি বুলি পাছে ৰাজা উঠি সৰ্বাঙ্গৰ।
মনে গুণি চিন্তি গই পশিলা ভিতৰ॥১০২
ওচৰ চপিয়া ৰাজা লগাইলেক মাত।
মেনকাৰ গাৱে পৰে যেন বজ্ৰপাত॥
জানিয়াছো বাপে জীয়ে যিবা লাগে কৰা।
হেন বুলি হেমৱন্তক মাৰিলা জোকোৰা॥১০৩
তুমিও পাইলা খুজি পগলা জোৱাই।
জীয়েও যাবৰ মনে আছে বাট চাই॥
বাপে জীয়ে আলচিয়া কৰা যেই ইচ্ছা।
মই হিয়া ধাকুৰোহো অকাৰণ মিছা॥১০৪
হেমৱন্তে বোলে সতী কোৱা অকাৰণ।
ঈশ্বৰক কৰা তুমি মনুষ্যৰ জ্ঞান॥
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ তিনি অৱতাৰ।
হৰিবাক লাগি পৃথিবীৰ মহাভাৰ॥১০৫
ব্ৰহ্মাই সৃজন কৰে বিষ্ণুয়ে পালয়।
ৰুদ্ৰ ৰূপ ধৰি শিৱে সংহাৰ কৰয়॥
হেন ঈশ্বৰক কৰা মনুষ্যৰ জ্ঞান।
নাহিকয় দুষ্টা তিৰী তোমাৰ সমান॥১০৬

এহিৰূপে হেমৱন্ত অনেক বুলিলা।
শুনি তান বাক্য মেনকাৰ জ্ঞান ভৈলা॥
বুলিলাহা যদি স্বামী কহিলা স্বৰূপ।
দেখিবাক ইচ্ছা তান কোন নিজ ৰূপ॥১০৭
যদিহে আমাক নিজ ৰূপ দৰশাই।
তেবে দিবো মোৰ কন্যা কহিলো নিশ্চয়॥
শুনি হেমৱন্তে শিৱ পাশে চলি যাই।
মেনকাৰ কথা সব কহিলা বুজাই॥১০৮
বুলিলন্ত হৰে শাশু আসোক ইঠাই।
নিজৰূপ মোৰ তেবে দিবোহো দেখাই॥
শুনি হেমৱন্ত ৰাজা গৈয়া বাহিৰক।
ধীৰে ধীৰে উপস্থিত হৰৰ পাশক॥১০৯
কহিলন্ত ৰাজা গৈয়া সমস্তৰে আগে।
ধৰিয়োক নিজ ৰূপ দেখিবাক লাগে॥
শুনি চলি গৈলা যত ভিতৰৰ লোক।
মেনকাও চলি যান্ত প্ৰবোধি মনক॥১১০
বুলিয়া আছয় আগে কুবাক্য বচন।
ভয় লাজে সঙ্কুচিয়া কৰন্ত গমন॥
সেহি সময়তে হৰে পূৰ্ব্বৰূপ এৰি।
ভৈলা তেতিক্ষণে চতুৰ্ভুজ ৰূপধাৰী॥১১১

শঙ্খ চক্ৰ গদা পদ্ম হাতে চাৰি অস্ত্ৰ।
কিৰীটি কুণ্ডল হাৰ গাৱে পীতবস্ত্ৰ ॥
আজানুলম্বিত বনমালা জ্বলে গলে।
জ্বলে আতি শ্ৰীবৎস বহল বক্ষস্থলে ॥১১২
হেনয় ৰূপক দেখিলন্ত চমৎকাৰ।
বিস্ময় লাগিল মনে দেখি মেনকাৰ ॥
সুনন্দ কুমুদ নন্দ গোপ আদি কৰি।
হেন পাৰিষদগণে আছয় আৱৰি ॥১১৩
ভৃঙ্গাৰ ধৰিয়া লক্ষ্মী ধুৱাৱন্ত পাৱ।
ৰাজা মেনকাৰ দেখি শিহৰিল গাৱ ॥
আনন্দতে নেত্ৰ হন্তে বহি যাই পানী।
কণ্ঠৰ নোলায় বাক্য গদ গদ বাণী ॥১১৪
পৰম ভকতি স্তুতি কৰি মহাভাগে।
কৃতাঞ্জলি স্তুতি কৰি পৰিলন্ত আগে ॥
ৰূপ দেখি তথালাগি দুয়ো আছে চাই।
পূৰ্ব্বৰ ৰূপক প্ৰভু ধৰিলা দুনাই ॥১১৫
হেন দেখি মেনকাই মাতে কৰযুৰি।
শুনিয়োক প্ৰভু মই ভৈলো অথন্তৰী ॥
নিচিনি নজানি প্ৰভু বাক্য আছো বুলি।
এতেকে ক্ষমিও প্ৰভু দাসীক সমূলি ॥১১৬

হৰে বোলে বাক্য শুনি আছে ৰঙ্গ পাই।
মোহোৰ ঘৰত মনুষ্যৰ সংচ নাই॥
ভূত প্ৰেত পিশাচৰ মই অধিকাৰী।
এতেকেসে খুজি আছো তোমাৰ জীয়াৰী॥১১৭
এহি বুলি সদাশিৱে ৰাজাত সুধিলা।
বিবাহৰ ঠিকনাক কোন দিন দিলা॥
আনো দ্ৰব্য বস্তু যত লাগে বিবাহত।
তাহাৰ ঠিকনা আবে কহিয়ো আমাত॥১১৮
শুনি ৰাজা তেতিক্ষণে পুৰোহিত আনি।
কহিলন্ত বিবাহৰ দিন বাৰ গণি॥
আঘোণ মাসৰ দ্বাদশী তিথি বাৰ।
ক্ষণ যোগ নক্ষত্ৰেও হোৱে ভাল আৰ॥১১৯
এহি বুলি দিন বাৰ গণিয়া কহিলা।
বস্তুৰ ঠিকনা ৰাজা কহিবে লাগিলা॥
বোলে মই কত কৈবো যত বস্তু লাগে।
তথাপিতো অল্প কৰি কহিবাক লাগে॥১২০
প্ৰথমতে তামোল লাগয় দুই লক্ষ।
পাণক লাগিবে আৰু গুৰ্চিচাৰি লক্ষ॥
গাখীৰ লাগিবে আৰু পাঞ্চ শত ঘট॥
চুৰা লাগিবেক তাৰ অৰ্দ্ধ যত ঘট॥১২১

চাউল ল্যাগিবে মাত্ৰ দুই লক্ষ মোণ।
তাহাৰ লগত ল্যাগিবেক অনুপান ॥
পিঠা ছিৰা আথৈ লাক আৰু ভাল চেনি।
সন্দেশ বাতাসা লাগিবেক জেল্লী ফেনী ॥১২২
আৰু কন্যাদান বাবে ভোজ লাগিবেক।
তাহাৰ ঠিকনা মই কহিবো কতেক ॥
চাউল লাগিবে তিনি লক্ষ মোণ মান।
দালি ল্যাগিবেক ভাল্য ভাৰ অৰ্দ্ধখান ॥১২৩
সেহি চাউল জোখাবে লাগিবে মাছ কাছ ॥
হৰিণ বৰাহ হংস আৰু ছাগ মাংস ॥
তেল লোণ মছলা ল্যাগিবে দধি দুধ।
লাগিবেক বিবাহে সকলো বিধে বিধ ॥১২৪
আৰু লাগিবেক ভাল বস্ত্ৰ অলঙ্কাৰ।
বিবাহত আসিব অনেক পৰিবাৰ ॥
যদিবা বিবাহে সিটো নপাৱয় মান।
অৱশ্য লাগিবে তাসম্বাৰ অপমান ॥১২৫
দ্ৰব্য যত ল্যাগে আমি কহিলো বুজাই।
নিদিলে ভেতিয়া হইবে সমাজে বেজাই ॥
এহিমতে হেমবন্তে কহিলা বুজাই।
শুনি শলাগিয়া হবে কৰিল্যা বিদায় ॥১২৬

হৰে গৈয়া কৈলাশত ৰহিলন্ত যাই।
হেমৱন্তে বিবাহৰ কৰিলা উপায়॥
পৰ্ব্বত পাসন্দে দূত পাঞ্চিলা অনেক।
বংশ পৰিয়াল তাৰ আছিল যতেক॥১২৭
সবাকো আনিলা ৰাজা কৰি নিমন্ত্ৰণ।
দূত মুখে শুনি আসিলন্ত সৰ্ব্বজন॥
পৰ্ব্বতৰ বিশ্বকৰ্ম্মা আৰু শিল্পীগণ।
বিবাহৰ সভাখান কৰিলা নিৰ্ম্মাণ॥১২৮
দীৰ্ঘে প্ৰস্থে এক যোজনৰ সভাখান।
খাল্ল বাম সম কৰি কৰিলা নিৰ্ম্মাণ॥
ঘাট বাট পদূল্লিক সাৰি মাজি আতি।
পদূলি পদূলি দিব্য ঘট থৈলা পাতি॥১২৯
মাটি খানি আনিয়া ৰভাৰ ভেটি পাটি।
সাৰি সাৰি স্ফটিকৰ স্তম্ভ আনি পুতি॥
মাৰল্লি সাজিয়া দেই শুদ্ধ সুবৰ্ণৰ।
সাৰি সাৰি কৰা কামি ৰত্ন মাণিকৰ॥১৩০
সুবৰ্ণৰ গুণা টানি চাল গাঠিয়াই।
নিৰ্ম্মাণ কৰিলা শুক্ল চামৰে বিচাই॥
স্ফটিকে নিৰ্ম্মাণ কৰি কৰিবেক ঘৰ।
ইন্দ্ৰকান্ত ৰত্নে দিলা থানে থানে দ্বাৰ॥১৩১

ওপৰত দিলা লক্ষ সুৱৰ্ণ ঘটক ।
প্ৰকাশ কৰন্ত চন্দ্ৰ সূৰ্য্যতো অধিক ॥
এহিমতে সভাখান নিৰ্ম্মাণ কৰিলা ।
তাহাৰ মাজত হোম ঘৰক সাজিলা ॥১৩২
প্ৰৱালৰ স্তম্ভ দিলা মাণিকে ৰচিত ।
শুদ্ধ সুৱৰ্ণৰ চাল সূৰ্য্যসম জ্যোতি ॥
সুৱৰ্ণমু কুতা মণি আৰিলা চৌপাশে ।
জিলি মিলি কৰে যেন হীৰাৰ প্ৰকাশে ॥১৩৩
এহিমতে সভাখান কৰিলা নিৰ্ম্মাণ ।
স্থানে স্থানে স্থাপিলন্ত সুৱৰ্ণ আসন ॥
যাক যেনমতে লাগে বসিবাৰ স্থান ।
ভাগে ভাগে থৈলন্ত কৰিয়া অনুমান ॥১৩৪
তাত পাছে সাজিলন্ত নোৱনী ঘৰক ।
তাৰ পটন্তৰ দিবে আমি অপাৰগ ॥
চাৰি খুৰা বান্ধি আছে পোৱাল বাখৰে ।
নিৰ্ম্মিলাহা দুই চাল শুদ্ধ সুৱৰ্ণৰে ॥১৩৫
মানিকৰ কৰা কামি ৰজতৰ চৌতি ।
প্ৰকাশ কৰন্ত হেন আদিত্যৰ জ্যোতি ॥
চিত্ৰ বিচিত্ৰ যে চন্দ্ৰতাপ আছে আৰি ।
চাৰিফালে ইন্দ্ৰজালে আছন্ত আবৰি ॥১৩৬

সুৱৰ্ণ কদলি ৰুইলন্ত চাৰিপাশে।
ৰত্নময় পিৰা পাৰি ৰাখিলন্ত মাজে॥
এহিমতে সভাখান কৰিয়া সম্পূৰ্ণ।
যাক যিবা কৰিবাক লাগয় অৰ্চ্চন॥১৩৭
যোগ্য অনুসাৰে তাক বিধি ব্যৱহাৰে।
কতো লোকাচাৰে যিটো নিজ ব্যৱহাৰে॥
কৰিয়া আছন্ত ৰাজা বিবাহৰ কৰ্ম্ম।
শাস্ত্ৰ অনুসাৰে সিটো কন্যাদান ধৰ্ম্ম॥১৩৮
আত অনন্তৰে শুনিয়োক সভাসদ।
দূত মুখে বাৰ্ত্তা পাই যতেক পৰ্ব্বত॥
যুবা বাল বৃদ্ধ আদি আসিল সমস্ত।
কোনে লেখা কৰিবেক আসিলেক যত॥১৩৯
তথাপিতো অল্প কৰি কহো কিছুমান।
শুনিয়োক তাসম্বাৰ মুখ্য মুখ্য নাম॥
হিমাদ্ৰি কৈলাশ আদি যত গিৰিবৰ।
হেমকুট হেমগিৰি সুমেৰু মন্দৰ॥১৪০
নামগিৰি চিত্ৰকুট গোৱৰ্দ্ধন গিৰি।
চিত্ৰাচল চিত্ৰগিৰি আৰু গন্ধগিৰি॥
ঋষ্যশৃঙ্গ মদ্ৰশৃঙ্গ মহেন্দ্ৰ ধৱল।
ৰৈবতক জয়গিৰি গিৰি সুনিৰ্ম্মল॥১৪১

কুম্ভগিৰি কামগিৰি মাজাগিৰি নীল ॥
জটাগিৰি বাৰ্ত্তা পায়া আসিল সকল ॥
লক্ষ লক্ষ পৰ্ব্বত মনুষ্য ৰূপ ধৰি ।
নাথাকিল বাকী আসিলন্ত মেৰুগিৰি ॥১৪২
ব্ৰহ্মাণ্ড ভিতৰে যত আছিল পৰ্ব্বত ।
বিবাহ দেখিতে লাগি আসিল সমস্ত ॥
ল্যাখুটি ধৰিয়া আসিলন্ত বুঢ়াবুঢ়ী ।
জুৰিল আসিয়া সবে হেমৱন্ত পুৰী ॥১৪৩
সবেও বসিলা পাৰ্ব্বতীৰ সমীপত ।
তাত পাছে আসিলন্ত কন্যাগণ যত ॥
সবে কন্যাগণে পাছে হুয়া এক ঠাই ।
পাৰ্ব্বতীক নোৱাইলন্ত মঙ্গল কৰাই ॥১৪৪
সুৱৰ্ণৰ গৃহে পাৰি ৰত্নৰ পিৰাক ।
বসুৱাইলা নিয়া তাত আনন্দে দেবীক ॥
আয়তী সকলে আশীৰ্ব্বাদ তৈল দিলা ।
মঙ্গলৰ ধ্বনি আৰু উৰুলি পাৰিলা ॥১৪৫
সেহি সময়তে হেমৱন্ত পুৰী খান ।
টলবল ভৈল আতি প্ৰজাৰ নিদান ॥
উৰুলি জোকাৰ আৰু উচ্চধ্বনি শুনি ।
ধ্যান ভঙ্গ ভৈল অৰণ্যৰ ঋষি মুনি ॥১৪৬

হেন মহোৎসৱ ভৈল হেমৱন্ত ঘৰে।
সুহিব সুহিব আৰু সংসাৰ ভিতৰে॥
এহিমতে আনন্দিত নাৰীগণ যত।
মেনকাও বসে গৈয়া সবাৰো মাজত॥১৪৭
লক্ষ লক্ষ বাদ্য বাজে সেহি সময়ত।
মেনকা সুন্দৰী ধৰে সুবৰ্ণৰ ঘট॥
পৰ্ব্বতীয়া বাজনা বজাৱে ঠাৱে ঠাৱে।
নাৰীগণে নাম গাই বাজনাৰ চেৱে॥১৪৮
পৰ্ব্বতীয়া নাচনীয়ে নাচে ঘূৰি ঘূৰি।
হাতত কাচুটি ধৰি নাচিলন্ত বুঢ়ী॥
আনিলন্ত আকাশী গঙ্গাৰ জল ভৰি।
নোৱনী ঘৰত সুবৰ্ণৰ পিৰা পাৰি॥১৪৯
এহিমতে বুঢ়ী-নাৰী কৰন্ত ধেমালি॥
পাৰ্ব্বতীক স্নান কৰাইলন্ত জল ধালি॥
নোৱাই ধুৱাই নিয়া নবীন আসনে।
সুমঙ্গল কৰি বসুৱাইলা নাৰীগণে॥১৫০
বসুৱাই হাতে ফল-কটাৰিক দিলা।
পৰ্ব্বতীয়া নাৰীগণে সেন্দুৰ পিন্ধাইলা॥
উৰুলি মঙ্গল কৰি আনন্দ কৰন্ত।
ঋষি পত্নীগণে বেঢ়ি সুমঙ্গল গান্ত॥১৫১

ভিতৰৰ কথা আৰে এহিমানে থওঁ।
বাহিৰত যেন ভৈল তাৰ কথা কওঁ॥
বিবাহক লাগি সবে পৰ্ব্বত আসিলা।
লিখিতে নপাৰি সবে পৃথিৱী ভৰিলা॥১৫২
তাসম্বাক সমাদৰ কৈলা বিধিমতে।
বসিবাক থান দিলা সবাৰ মাজতে॥
চৰ্ব্ব্য চুষ্য লেহ্য পেয় আনিয়া দিলন্ত।
খায় দায় ৰঙ্গমনে সবে বহিলন্ত॥১৫৩
একাদশ দিন মধ্যে বিবাহ পাতিছে।
এহি দিন মধ্যে দ্ৰব্য যত আনি দিছে॥
লাগে একগুণ দিয়ে দশ দশ গুণ।
আনন্দ ভৈলেক যত পৰ্ব্বতীয়া জন॥১৫৪
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
আত অনন্তৰে কথা শুনা আতপৰ॥
বিবাহৰ ব্যৱস্থাক সমস্তে কহিল।
শুনি মহাদেৱে বুলিলন্ত ভাল ভাল॥১৫৫
শুনি হৰে তেতিক্ষণে ঘৰে চলি যায়।
দেখিলা ঘৰত আৰু একো বস্তু নাই॥
কি কৰিবো কি মেলিবো মনে উতপাত।
ভাবিয়া বহুত চিন্তা লাগিল মনত॥১৫৬

দেখা সৰ্ব্বজন কেনে ঈশ্বৰৰ দুখ।
সামান্য নৰৰ তেবে কেনে হৈব সুখ॥
জগতৰ গুৰু শিৱ জগত কাৰণ।
তেওঁ চিন্তা সাগৰত হোৱন্ত মগন॥১৫৭
হেন জানি সৰ্ব্বজনে এৰা আন কাম।
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম॥

---

ঝুনা।

শুনা সৰ্ব্বজন শিৱৰ ঝুনা।
আপোনাক চাই কৰিছে ঘৃণা॥
কিদিবো মই কৰো কোন কৰ্ম্ম।
গাৱত বস্ত্র সিয়ো ব্যাঘ্রচৰ্ম্ম॥১৫৮
হাতে লৈয়া ফুৰো শূল ডম্বৰু।
ঘৰে বাজে মোৰ একেটি গৰু॥
সৰ্পৰ কিঙ্কিণী সৰ্পৰ হাৰ।
সৰ্ব্ব শৰীৰত সৰ্প অলঙ্কাৰ॥১৫৯
কপালে জ্বলে অৰ্দ্ধচন্দ্ৰ কলা।
মনুষ্যৰ মুণ্ডে গাঁথিছো মালা॥

ভুষণ্ডিত আছে ভস্মৰ ধূলি।
তাক দিলে লঘু হৈবো সমূলি ॥১৬০
ইহাৰ বাজে বস্তু নাহি আন।
ধতুৰা ভাঙ্গ আছে কিছুমান ॥
সিয়ো জানে লোকে সোতৰ আহুদি ॥
কিবা কৰো আবে কোনবা বুদ্ধি ॥১৬১
কোনে দিব বস্তু কৈতবা পাম।
কাৰ ঘৰে মই খুজিবে যাম ॥
যদি কোনোমতে ধাৰ কৰিম।
পাছে কেনমতে ধাৰ সুজিম ॥১৬২
নিদিলে বস্তু পাইবো লাজ।
কেনমতে যাইবো সভাৰ মাজ ॥
জানিলো মোহোৰ নভৈল কাজ।
কন্যাক খুজিয়া পৰিলো লাজ ॥১৬৩
এৰিবোহো মই হেমন্ত জীক।
যাকে দিব খোজে দিয়োক তাক ॥
হেন দেখি কন্যা নোখোজো মই।
ব্ৰহ্মা বাক্যে নাৰদে খুজিলা গৈ ॥১৬৪
কহিলন্ত আক দেৱতাগণে।
ব্ৰহ্মায়ে লঘু কৰিবাক মনে ॥

ভৈলোহোঁ লঘু তাসম্বাৰ বোলে।
ধনহীন নাহি মোহোত পৰে ॥১৬৫
মই বৰদিয়া কৰো অচল্যা।
তথাপিতো মই হওঁ নিচল্যা ॥
ধন ল্যাগে বুলি মনত নাই।
ভাঙ্গ খাই ফুৰো ৰাগি বঢ়াই ॥১৬৬
এতিয়াহে জ্ঞানো ধনেহে বল।
ধনেহে নভৈলে জীৱন নিস্ফল্ ॥
শুনা সৰ্ব্বজন শিৱৰ ঝুনা।
সমস্ত লোকে কাণ পাতি শুনা ॥১৬৭
জগতৰ গুৰু শিৱ ঈশ্বৰ।
দেখা ধনহীন কেন লোকৰ ॥
আন সামান্যৰ কি কৈবো লেখা।
ধনহীন ভৈলে জীৱন বৃথা ॥১৬৮
হেন জানি নৰ ধন আৰ্জ্জিবা।
তেবেসে কন্যাক বিহা কৰিবা ॥
যদিহে নোৱাৰা ঘটিবে ধন।
গৃহবাস সুখে নেদিবা মন ॥১৬৯
সন্যাসীৰ ভাৱ ধৰি ফুৰিবা।
ঈশ্বৰ চিন্তি তৰিয়া যাইবা ॥

এহিমানে থওঁ শিৱৰ ঝুনা ।
হৰি হৰি বুলি সমস্তে শুনা ১৭০ ॥

---

পদ

বৈশম্পায়ন বদতি শুনিয়ো ৰাজা পাছে ।
এহিমতে মহাদেৱে চিন্তা কৰি আছে ॥
পাছে গুণি মহাদেৱে কৰিলা উপায় ।
ব্ৰহ্মাৰ পাশক দূত দিলন্ত পঠাই ॥১৭১
নালাগে কন্যাক মোক মন মোৰ নাই ।
কেনমতে কৈত ধন পাম মই যাই ॥
কহিয়োক নন্দী যাই ব্ৰহ্মাৰ পাশক ।
আসিয়োক ব্ৰহ্মা শীঘ্ৰে আমাৰ কাষক ॥১৭২
তাত গৈয়া কহিবাহা তুমি বিষ্ণু আগে ।
বিবাহক লাগি শীঘ্ৰে আসিবাক লাগে ॥
ভৃঙ্গী চলি যোৱা তুমি দশদিগপাল ।
মাতা ৰাই মোক লাগি আসোক সকল ॥১৭৩
সেই পথে যাইবা তুমি পাতালপুৰক ।
সৰ্পৰাজ বাসুকীয়ো অসোক বিহাক ॥
এহিমতে দূত পাঞ্চি দিলা ভাগে ভাগে ।
কহিলন্ত দূত গৈয়া তাসম্বাৰ আগে ॥১৭৪

প্ৰথমতে ব্ৰহ্মা গৈয়া পাইলা শিৱ পুৰি।
দেখে শিৱ বসি আছে অসন্তোষ কৰি॥
ব্ৰহ্মা বোলে আজিৰ সময়ে কিবা দুখ।
আনন্দ সময়ে কিবা দেখো অসন্তোষ॥১৭৫
মহাদেৱে বোলে ব্ৰহ্মা শুনা অভিপ্ৰায়।
তোমাৰ নিমিত্তে মোৰ এনুৱা বিলায়॥
খুজিল্যাহা কন্যা তুমি যেহি লাগে কৰা।
হেনয় অৱস্থা মোৰ ভৈল তাৰ পৰা॥১৭৬
তোমাৰ কথাত হেমৱন্ত ঘৰে যাই।
কি কহিবো যেন মই আছো লাজ পাই॥
যিহোক সিহোক তাৰ এৰি আছো দায়।
যত বস্তু খুজি আছে মোৰ ঘৰে নাই॥১৭৭
নিদিলেও বস্তু মোৰ লাগিবেক লাজ।
হেন জানি ছোৱালীৰ এৰি আছো কাজ॥
ব্ৰহ্মা বোলে স্ৰজি আছো ব্ৰহ্মাণ্ড চৈধ্যাই।
ইটো কোন ক্ষুদ্ৰ দ্ৰব্য বিবাহে লাগয়॥১৭৮
হেমৱন্তে বস্তু খুজি আছে যত গুণ।
দিবোহো তাহাত কৰি আৰু দশ গুণ॥
তাক লাগি খেদ তুমি নকৰা মনত।
এতিক্ষণে আনি দিব বস্তু লাগে যত॥১৭৯

এহি বুলি ব্ৰহ্মাদেৱে কহিলা হৰত।
তেৱেসে সন্তোষ ভৈল্য হৰৰ মনত ॥
আসিলন্ত দেৱগণে নিমন্ত্ৰণ পাই।
বিষ্ণু সমন্বিতে আসি ভৈলা এক ঠাই ॥১৮০
ইন্দ্ৰ চন্দ্ৰ বায়ু বহ্নি কুবেৰ বৰুণ।
দশ দিগপাল যম আসিল তেখন ॥
যক্ষ ৰক্ষ পিশাচ দানৱ ভূত প্ৰেত।
পাতালৰ নাগগণ আৰু সৰ্প যত ॥১৮১
বিভীষণ আসিলন্ত ৰাক্ষসৰ ৰাজা।
লগে লৈয়া ৰক্ষ লক্ষ লক্ষ কোটি প্ৰজা ॥
যেই মনুষ্যক পাইলে ৰাক্ষসে খাৱয়।
সেহি মনুষ্যৰ সঙ্গে ভৈলা এক ঠাই ॥১৮২
এহিমতে সবে আসি একস্থান ভৈল্য।
সবাকো সম্বোধি ব্ৰহ্মা বুলিবে লাগিল ॥
সবে দেৱগণে বিবাহৰ বস্তু দিয়া।
তেৱেসে হইবেক জানা মহেশৰ বিয়া ॥১৮৩
শুনি তেতিক্ষণে দেৱগণে আজ্ঞা পাই।
আনিলা বস্তুক সবে দূতক পঠাই ॥
প্ৰথমতে বিষ্ণুৱে দিলন্ত গুৱা-পাণ।
ব্ৰহ্মা দান কৰিলন্ত চাউল লক্ষ মোণ ॥১৮৪

ইন্দ্রে দিলা দধি দুগ্ধ আৰু ঘৃত চিনি।
যতেক লাগিল্ গুৰ চন্দ্রে দিলা আনি॥
সূৰ্য্যে দিলা চিৰা-পিঠা সন্দেহ কড়াই।
আউৰ সম্ভাৰ দিলৃ অনেক দমাই॥১৮৫
কুবেৰ দিলেক কিছু সুবর্ণ ৰতন।
মাছ কাছ পহু আদি দিলেক বৰুণ॥
সর্পৰাজে দিলা আনি বস্ত্র অলঙ্কাৰ।
বিভীষণে দিলে বহু প্রবালৰ ভাৰ॥১৮৬
যমৰাজে দিলে মুণ্ডমালা সাত ধাৰ।
বিশ্বকৰ্ম্মাই বিচাৰিয়া দিলে বাঘছাল॥
এহিমতে গাৰে গাৰে দিলা আগে যাই।
যতেক দিলেক বস্তু লেখন নযায়॥১৮৭
হেমৱন্তে বস্তু খুজি আছে যতমান।
শিৱৰ প্রসাদে বলে ভৈল্ শতগুণ॥
হাতী ঘোৰা ৰথ আদি আনিলন্ত যাই।
তাহাত তুলিয়া বস্তু দিলেক পঠাই॥১৮৮
বস্তুক সজায় লগে দিলন্ত বায়ুক।
বোলন্ত গটায় তুমি দিবাহা ৰাজাক॥
শুনি বায়ু সেহি বস্তু সঙ্গে চলি গৈলা।
সব দ্রব্য হেমৱন্তক গটাইয়া দিলা॥১৮৯

ভৰিল হেমন্তৰন্ত পুৰি দেখিয়া বিস্ময়।
জোৱাৰৰ জল যেন দেখি লাগে ভয়॥
পথতে চলিছে কতো ৰথত তুলিছে।
দমাই দমাই দ্ৰব্য আনিব লাগিছে॥১৯০
হিমালয় পৰ্ব্বতত হেমৰন্ত পুৰী।
তহিলৈকে লানি যেন পকৰাৰ শাৰি॥
যেন নদী স্ৰোত বহে নাহিকয় ছেদ।
সেহিমতে নাহিকয় ৰাতি দিন ভেদ॥১৯১
হেমৰন্তে বোলে বস্তু থৈবে নাহি ঠাই।
বাকী যত আছে মানে নিয়ো ওলোটাই॥
এহিমতে হেমৰন্তে আমনিক পাই।
যাৰ মনে যেই কৰে উলটি নাচাই॥১৯২
এহিমতে বিবাহৰ বস্তু দিয়া আছে।
আত অনন্তৰে কহো যেন ভৈল পাছে॥
ব্ৰহ্মাদেৱে বোলে বায়ু বচন শুনিয়ো।
খোৱা লোৱা দ্ৰব্য বস্তু সম্ভাৰ আনিয়ো॥১৯৩
যিবা যত আসিয়াছে ভাল মন্দ লোক।
সমস্তকে নিয়া আবে ভোজন কৰোক॥
সম্প্ৰতি আসন্ত বিভীষণ মহাৰাজা।
লগত আসয় তান বহু লক্ষ প্ৰজা॥১৯৪

জানিবাহা তাসম্বাৰ যিবা লক্ষ কিছু।
হেন জানি ৰাক্ষসক ভক্ষ্য দিয়া কিছু॥
বৰাহ, হৰিণ, ছাগ, কাছ, মাছ, মাংস।
ইসবক ভুঞ্জি তাৰা পাওক সন্তোষ॥১৯৫
সৰ্পৰাজ অনন্তও আছন্ত আসিয়া।
সন্তোষ কৰিয়ো তাসম্বাক ভক্ষ্য দিয়া॥
ৰাজৰ্ষি ব্ৰহ্মৰ্ষি আৰু মুনি আছে যত।
দিয়া সমস্তকে দধি দুগ্ধ মধু ঘৃত॥১৯৬
শুনি বায়ু তেতিক্ষণে দ্ৰব্য বস্তু আনি।
যাৰ যেন যোগ্য তাঙ্ক দিলা ভিন্নে ভিন্নি॥
ৰাক্ষস পিশাচ ভূত প্ৰেত আদি কৰি।
খাই বই সবাবো নচলে হাত ভৰি॥১৯৭
এহিমতে সমস্তকে ভুঞ্জায়া আটাইল।
তাত পাছে ঋষিপত্নীগণক খুৱাইল॥
তাত পাছে সমস্তকে গুৱা পাণ দিলা।
এহিমতে ভোজনক সমাপন কৈলা॥১৯৮
পানী তুলিবাক পাছে উদ্যোগ কৰিলা।
যতেক আছিল নাৰী সবেও লৰিলা॥
ষাঠি লক্ষ বাজনাক নিয়োজন কৰি।
ঢাকু ঢোল মৃদঙ্গ গোমুখ শঙ্খ ভেৰী॥১৯৯

বীণা বেণু দবা কাঁহ তবলা মন্দিৰা।
তানপুৰা ক্ষেমা আদি বাদ্য সুধাধাৰা॥
স্বৰ্গ মৰ্ত্ত্য পৃথিবীত যতেক আছয়।
সমস্তকে একঠাই কৰিয়া বজায়॥২০০
ঋষি মুনি-পত্নী আৰু অপেস্বৰা যত।
গন্ধৰ্ব্ব ৰাক্ষস অসুৰৰ ভাৰ্য্যা যত॥
লক্ষ্মী সৰস্বতী দুয়ো গৈলন্ত মধ্যত।
লক্ষ্মী দেবী লৈলা কাষে সুৱৰ্ণৰ ঘট॥২০১
ডুনৰীক লৈলা মাথে দেৱী সৰস্বতী।
ধূপ দীপ লগান্ত সুগন্ধি তৈল বাতি॥
এহিমতে সবে যেবে এক ঠান কৰি।
উৰুলি জোকাৰ দিলা হৰিধ্বনি পাৰি॥২০২
বজাইলন্ত বাদ্য ভণ্ড ভৈলন্ত তাৰাস।
টলবল ভৈল শব্দে পূৰিল আকাশ॥
এহিমতে বাদ্য ভণ্ড সুমঙ্গল গাই।
আকাশী গঙ্গাৰ জল আনিলন্ত যাই॥২০৩
নাৰী সমস্তৰ আনন্দৰ সীমা নাই।
কতো হাততালি বাই কতো নাচি যাই॥
হাতত কাচুতি ধৰি নাচি যান্ত বুঢ়ী।
কতো পিশাচৰ নাৰী নাচে ঘূৰি ঘূৰি॥২০৪

সুবৰ্ণৰ পিড়া পাৰে নোৱনী ঘৰত।
মহেক বহুৱাইল্য সেহিসে পিড়াত॥
মাথে তেল পানী দিল্য সৰস্বতী আই।
সুবৰ্ণৰ ফণি লৈয়া কেশক মেলাই॥২০৫
নাৰীগণে বেঢ়ি সুমঙ্গল নাম গাই।
সুমঙ্গল গীত গাই জলক ধালয়॥
উৰুলি দিলেক বেঢ়ি সুন্দৰীসকল।
নানা বাদ্য শব্দে বসুমতী টলবল॥২০৬
বাহু বাদ্য বজাৱয় গন্ধৰ্ব্ব কিন্নৰ।
ঘূৰি ঘূৰি নাচে আৰু অপ্সৰী অপ্সৰ॥
বাদ্যৰ শবদে পূৰিলন্ত দশো দিশ।
নানা ভাৱ ভঙ্গী কৰি কৰন্ত হৰিষ॥২০৭
স্নান অৱসান কৰি বস্ত্ৰ আনি দিলা।
দেৱ যোগ্য অলঙ্কাৰ যোগান ধৰিলা॥
সেহি বস্ত্ৰ অলঙ্কাৰ হৰাক পিন্ধাইল্য।
বিচিত্ৰ আসন পাতি তাতে বসুৱাইলা॥২০৮
মহেশৰ হাতে ফল-কটাৰিক দিল্য।
তাত পাছে বাদ্য ভণ্ড অনেক বজাইলা॥
একাদশ দিন সেহিমতে সুমঙ্গল।
মহামহোৎসৱ কৰি তুলিলন্ত জল॥২০৯

নোৱাই ধুৱাই কৰ্ম্ম কৰি সমাপতি।
নান্দীমুখ শ্ৰাদ্ধ আদি পাতিলা সম্প্ৰতি॥
পিতৃ মাতৃ আদি যত্ত বিষ্ণু চৰণত।
সবাকো অৰ্পণ কৰি দিলা বিধিমত॥২১০
সবাকো সন্তুষ্ট কৰিলন্ত ব্ৰহ্মাদেৱে।
চৰণত পৰি সেৱা কৰিলন্ত শিৱে॥
এহিমতে শিৱকৰ্ম্ম কৰি সমাপন।
সবাকো আনিয়া কৰাইলন্ত জলপান॥২১১
কতো কতো ৰন্ধন কতোহো পৰমান্ন।
কতো ফলাহাৰ কতো কৰয় ভোজন॥
এহিমতে খোৱা দাৱা কৰি সমাপন।
যাইবাক লাগি সবে কৰিলা যতন॥২১২
শুনা সৰ্ব্বজন ইটো লীলা শঙ্কৰৰ।
জগত ঈশ্বৰে কৰে কৰ্ম্ম মনুষ্যৰ॥
হেন জানি বুদ্ধজন এৰা আন কাম।
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম॥২১৩

---

ঢুলড়ী।

আত অনন্তৰে শুনা জন্মেজয়
পাছে যেন কথা ভৈলা।

যত দৈত্য দেৱ হুয়া এক সাজু
সবেও কাচিবে লৈলা ॥২১৪
ভাল ভাল যন্ত্ৰ হাতে ধৰি অস্ত্ৰ
সবে সাজু হুয়া বৈলা।
ভাত পাছে হৰ বৰৰ সাজক
কাচিবাক আৰম্ভিলা ॥২১৫
সৰ্পৰাজ যিটো অলঙ্কাৰ দিলা
তাহাক কণ্ঠে পিন্ধিলা।
নানা বৰণৰ সৰ্পগণ যত
সুবৰ্ণ জটে আৰিলা ॥২১৬
কতো কতো সৰ্প দেখি মনোহৰ
মাণিকৰ জ্বলে কান্তি।
কতো ৰক্তবৰ্ণ হিঙ্গুল সদৃশ
নীলকান্তৰ কতো কান্তি ॥২১৭
কতো শ্যাম বৰ্ণ কতোহো হৰিদ্ৰা
কতো হোৱে গৌৰ বৰ্ণ।
সুবৰ্ণৰ কতো বৰণ ধৰয়
কতো মাণিকৰ বৰ্ণ ॥২১৮
পোৱাল বাখৰ মুকুতাৰ হাৰ
কতো বৰ্ণ ফটিকৰ।

হেন সৰ্পগণ অলঙ্কাৰ কৰি
পিন্ধাইলন্ত দুই কৰ ॥২১৯
শিৰত কীৰিটি কৰ্ণত কুণ্ডল
গলপতা দিলা গলে।
কেয়ূৰ কঙ্কণ কৰে সুশোভন
হৃদয়ত হাৰ জ্বলে ॥২২০
দশো আঙ্গুলিত আঙ্গঠি পিন্ধিলা
নূপুৰ পিন্ধিলা তাঙ্কি।
পিন্ধিলন্ত ধাকি, নাথাকিল বাকি,
দেখি আতি চিকি মিকি ॥২২১
শৰীৰৰ কান্তি, প্ৰকাশয় আতি,
যেহেন সূৰ্য্যৰ জ্যোতি।
নাহি সৰিবৰি, দেখিতে সুন্দৰ,
যেহেন মণিৰ জ্যোতি ॥২২২
আয়োজন কৰি, বিশ্বকৰ্ম্মা গঢ়ি,
দিল্য এক বাঘছাল।
চাৰিও কাষৰে, পোৱাল ৰাখৰে,
দেখিবাক আতি ভাল ॥২২৩
সেহি ছাল খানি, বান্ধিলন্ত আনি,
আপোন শৰীৰে ধৰি।

দেখিতে সুন্দৰ, অতি মনোহৰ,
পিন্ধিলা আনন্দ কৰি ॥২২৪
এহিমতে কাচি, সাজি পাৰি হৰে,
পৰম আনন্দ ভৈলা।
তাহাৰ বাহন, বৃষভক আনি,
যতেক সজাবে লৈলা ॥২২৫
সুবৰ্ণৰ ঘণ্টা, গলত আৰিলা,
পাৱত নূপুৰ জ্বলে।
কপালত দিলা, মাণিকৰ ফোঁট,
গলত গলপতা জ্বলে ॥২২৬
সুবৰ্ণ কিঙ্কিণী, কৰে কণ জুনি,
গাদিক বান্ধিলা টানি।
সৰ্ব্বাঙ্গ সুন্দৰে, সজায় পৰায়া,
আগতে দিলন্ত আনি ॥২২৭
শুনা সৰ্ব্বজন, থিৰ কৰি মন,
শিৱ-পাৰ্ব্বতীৰ কথা।
ঈশ্বৰ-ঈশ্বৰী, হুয়া অৱতাৰ,
ধৰন্ত মনুষ্য প্ৰথা ॥২২৮
পাতিলন্ত বিয়া, বাখিলন্ত চিয়া,
কৰিলা গুণ প্ৰকাশ।

ইহাৰ যি সবে, এক চিত্তে শুনে,
পায় শিৱলোকে বাস ॥২২৯

হেন জানি নৰ, এক চিত্ত ধৰ,
আন সব কাম এৰি।

আপুনিও তৰা, পুৰুষ উদ্ধাৰা,
ডাকি বোলা হৰি হৰি ॥২৩০

---

পদ

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
কাচি পাৰি সাজু ভৈলা যেবে মহেশ্বৰ॥
নিশান কোবায় জান দিলা সমস্তকে।
শুনি কাচি পাৰি লাগ লৈলা সৰ্ব্বলোকে ॥২৩১
ৰথে গজে সম্ভাৰক ভুলিয়া যোগাই।
আগ কৰি পঠাই দিলা হেমবন্তৰ ঠাই॥
পাছতে লৰিলা শুভক্ষণে যাত্ৰা কৰি।
যত দেৱ মহেশক চলিলা আবৰি ॥২৩২
যক্ষ ৰক্ষ পিশাচ আছয় যত মান।
চলিবে লাগিলে সবে নিজ নিজ স্থান॥
গৰুড়ৰ স্কন্ধে বিষ্ণু ব্ৰহ্মা হংস যানে।
ঐৰাবত স্কন্ধে ইন্দ্ৰদেৱ বিদ্যমানে ॥২৩৩

পাৰাবতে লক্ষ্মী চেলা যানে সৰস্বতী।
পুষ্পক ৰথত চড়ি যান্ত শচী সতী॥
শশা স্কন্ধে চন্দ্ৰে যাই মহানন্দ কৰি।
হৰিণ স্কন্ধত যাই বায়ুৰাজ চৰি॥২৩৪
ছাগলত অগ্নি যায় বৰুণ মগৰে।
মহিষত যম যাই মনুষ্যে কুবেৰে॥
এহিমতে নিজ নিজ যানে দেৱযত।
ৰাক্ষস অসুৰ যাই শুনা যেন মত॥২৩৫
দশগোটা দন্তালে বহয় ৰথখান।
সেহি ৰথে চলি যাই ৰাজা বিভীষণ॥
তান লগে আছে মুখ্য সেনাপতি যত।
কতো জন যাই বৰাহৰ ওপৰত॥২৩৬
বিড়ালত যেবে কতো কতো শৃগালত।
কুকুৰত যাই কতো কতোহো নেউলত॥
কেৰ্কেটুৱাৰ স্কন্ধে যাই কতোজন।
চিল্লা ফেঁচা শগুনত কৰয় গমন॥২৩৭
কাউৰীত যাই কতো কতে বগলিত।
তেলিয়া সাৰেঙ্গে যাই কতো বাদুলিত॥
উইচিৰিঙাত কতো কতো ফৰিঙত।
পশু-পক্ষী কীট-পতঙ্গত চৰে কত॥২৩৮

এহিমতে সৰ্ব্বলোকে হুয়া একঠাই।
চলিবে কৰিলা যুক্তি শুভক্ষণ চাই॥
বৃষভত উঠি শিৱে কৰিলন্ত যাত্ৰা।
লক্ষ লক্ষ গীত গাই বজালেক ঘণ্টা॥২৩৯
সেহি শব্দ শুনি আতি গজ থমকিলা।
টলু বল কৰি কিছু মন্দৰ লৰিলা॥
কতো কতো লোকে বোলে ভূমিকম্প যাই।
ধ্যান ভাঙ্গি যোগী ঋষি চকু মেলি চাই॥২৪০
কেহো বোলে কৈত বা পৰিল বজ্ৰপাত।
কেহো বোলে পৃথিবীয়ে মেলিলন্ত ফাট॥
এহি বুলি সবেও কৰিলন্ত গলাগপা।
কাণ ফাটে বুলি কেহো কাণে লন্ত সোপা॥২৪১
এহিমতে গাই বাই হৰ চলি যাই।
কত প্ৰজা চলে তাৰ কোনে অন্ত পাই॥
দীৰ্ঘ দশ ক্ৰোশ পথালি পঞ্চ ক্ৰোশ।
কোনে কহিবাক পাৰে প্ৰজাৰ যে ঘোষ॥২৪২
অনেক বছৰ লেখি কোনে অনন্ত পাই।
গায়ক বায়ন সাত লক্ষ যোৰা যাই॥
নট ভাট নৰ্ত্তক নৰ্ত্তকী অপৰ্য্যাপ্ত।
ভূত প্ৰেত পিশাচেয়ো নাচি বাগি যান্ত॥২৪৩

বাদ্যৰ শবদে ধৰা কৰে টলবল।
তাহান শব্দে মেৰু মন্দৰ লৰিল॥
সীমা সংখ্যা নাহি সঙ্গে চলে যত ঘোৰা।
যত গজ পদাতিৰ নাহিকয় ওৰা॥২৪৪
কৰ্ণে তাল লাগে গজ ঘণ্টাৰ আস্ফাল।
প্ৰজাৰ ভিৰত গেন যাই ভূমি তল॥
এহিমতে পাইলা যাই হেমৱন্ত পুৰা।
শব্দ শুনিয়া লগাইলেক হুৰাহুৰি॥২৪৫
গলা গপা কৰে সবে কৰে উষমিশ।
কি কৰিবো কৈক যাইবো নাহি পান্ত দিশ॥
নাৰীসকলৰ শুনি পৰম উৎসৱ।
জোৱাই সাজেৰে আজি দেখিবোহো শিৱ॥২৪৬
যোগীগণে ধ্যান কৰি নাপাৱয় যাক।
সাক্ষাতে দেখিবো আজি হেন মহেশক॥
এহিমতে পৰ্ব্বতীয়া নাৰীগণ যত।
বাৰ্ত্তা শুনি সবেও ভৈলেক উনমত॥২৪৭
আসা আই বাই সবে পচুলিক যাওঁ।
শিৱ বিষ্ণু আসিয়াছে নেত্ৰ ভৰি চাওঁ॥
কৃষ্ণক দেখিবে সবে আকুল স্বভাৱে।
লৰালৰি কৰি সবে গৃহক সজাৱে॥২৪৮

পিন্ধিলা অঞ্জন মাত্ৰ এগোটা নয়নে।
নূপুৰ আৰিল্যা নিয়া এগোটা চৰণে॥
আৰে সাতসৰী হাৰ দিয়া কঙ্কালত।
হাতৰ ভূষণ নিয়া বান্ধয় মূৰত॥২৪৯
কণ্ঠৰ ভূষণ নিয়া কৰ্ণত আৰিলা।
বৰক দেখিবে লাগি আথে বেথে গৈলা॥
পিন্ধিবাক বস্ত্ৰ আনে উলিয়াই।
গাৱৰ বস্ত্ৰ পিন্ধি থৰে সোলোকাই॥২৫০
এহিমতে অন্যো অন্যে শুনি যাই কথা॥
উল্লাসিত হুয়া সবে লৰিলন্ত তথা॥
কতো জনী সুখে গৈয়া শুতিয়া আছিলা।
থক মক কৰি উঠি লৰৰিয়া গৈলা॥২৫১
হলু ফল কৰে স্তন চুলিও মুকলি।
কঙ্কালৰ বস্ত্ৰ পৰে বাটতে সুলুকি॥
এহিমতে উৎসাহতে আনন্দিত গাৱ।
কৈত শিৱ বুলি সবে আনন্দিত ভাও॥২৫২
কেহো জনী দেখাৱে আঙ্গুলি ঠিয় কৰি।
দেখিয়ো আসিছে সিটো গৰুড়ত চৰি॥
দেখিয়োক আই কেনে নয়নৰ সুখ।
পুৰ্ণিমাৰ চন্দ্ৰ যেন হাসো হাসো মুখ॥২৫৩

ভাল্লেতো মোহিলে গোকুলৰ গোপীগণ।
ইহাঙ্ক দেখিয়া কোনে তাপৰিবে মন॥
কৃষ্ণৰ কথাক পূর্ব্বে কর্ণে আছো শুনি।
হেন মাধৱক আজি দেখোহো আপুনি॥২৫৪
কৃষ্ণৰ কটাক্ষ হাস্যে বৰষে অমৃত।
আঙ্ক পাই নাৰীসবে ভৈলন্ত তৃপিত॥
মহেশৰ ৰূপক দেখিও আই বাই।
এনুৱা ৰূপক আমি কৈতে দেখা নাই॥২৫৫
হেমৱন্ত ৰাজাৰ দুই চকু খাই।
জীয়েকক দিল্যা ৰাজা ভাল দৰা চাই॥
কৃষ্ণৰ যেবে জোৱাই হুই পর্ব্বতৰ জায়া।
ইহাঙ্ক নিদিয়া দিয়ে মহেশক বিয়া॥২৫৬
আপোনাৰ চক্ষু থাকি কণা হেন হই।
নেদেখই বাট পথ ফুৰে খপিয়াই॥
হেনয় লিখিত কপালত পার্ব্বতীৰ।
নিচিনি নজানি স্থিৰ কৰিলেক বৰ॥২৫৭
এহিমতে গলাগলী কৰে নাৰীগণ।
গাই বাই চলি যাই সবে দেৱগণ॥
পথৰ ব্যৱস্থা আৰে এহিমানে থওঁ।
হেমৱন্তৰ কাহিনীক কিছুমান কওঁ॥২৫৮

শিৱ বিষ্ণু আসিবাৰ শুনি হেমৱন্ত ।
উগুল থুগুল চিত্ত নাহিকয় শান্ত ॥
কি কৰিবো কৈক যাইবো নাপাৱন্ত দিশ ।
হেমৱন্ত পুৰী গোট ভৈল উষমিশ ॥২৫৯
ব্ৰহ্মা বিষ্ণু হৰ আসিয়াছে যে ৰথত ।
আগবঢ়াইবাক লাগি কৰিলা যুগুত ॥
বাহিৰৰ কথা আবে এহিমানে থওঁ ।
ভিতৰৰ কথা শুনা কিছুমান কওঁ ॥২৬০
সেহি বেলা মেনকা ৰাজাৰ মহাদেই ।
কিঙ্কৰীসবক আবে মাতিয়া আনই ॥
পাৰ্ব্বতীৰ গাৱত ঘঁসিও তেলকুড় ।
আনিও পঞ্চাশ ঘট সুবিমল জল ॥২৬১
সুৱৰ্ণৰ ভৃঙ্গাৰ ধৰি সধৱা সকলে ।
পাৰ্ব্বতীক নোৱাইলন্ত আতি কৌতূহলে ॥
গাৱ মচি দিব্য পীত বস্ত্ৰ দিলা আনি ।
প্ৰবন্ধে পিন্ধিলা তাক আপুনি গোসানী ॥২৬২
ৰত্নৰ মেখলা আনি বান্ধিলা কঁকালে ।
মুঠিতে লুকাই হেন বতাহতে হালে ॥
আপুনি বান্ধিলা দেৱী উচ্চ কৰি খোপা ।
মালতী ফুলৰ ভিতৰত দিলা থোপা ॥২৬৩

শিৰত সিন্দূৰ অগৰুৰ দিলা ফোট।
কৰ্ণত কুণ্ডল মাথে পিন্ধিলা মুকুট॥
লক্ষ চাকি শলা জ্বলে ওপৰত কৰ্ণত।
ৰত্নময় গলপতা জ্বলয় গলত॥২৬৪
হৃদয়ত জ্বলে জিলিমিলি পেচন্দাৰ।
বাহুত সুবৰ্ণ বাজু কঁকালত হাৰ॥
কপালে মাণিক জ্বলে অতিশয় জ্যোতি।
দশো আঙ্গুলিত জ্বলে ৰত্নৰ আঙুঠি॥২৬৫
ৰত্নৰ নূপুৰ পাৱে ৰুণ ঝুণ বাজে।
প্ৰয়াণক লাগি যেন কামদেৱ সাজে॥
এহিমতে দেৱীক সাজায়া ৰঙ্গমনে।
অনেক মঙ্গল গীত গাইলা নাৰীগণে॥২৬৬
তাত পাছে সূৰ্য্য অস্ত হুইয়া গইলা।
হৰ বিষ্ণু আহি কলা গুৰিত ৰহিলা॥
বিধিৰ নিয়ম মান ধৰিবাক পাই।
সেহি হেতু তহিতে আছয় বাটচাই॥২৬৭
শুনি হেমৱন্তে পাদ্য অৰ্ঘ্য ধূপ দিলা।
বস্ত্ৰ অলঙ্কাৰে সবে যুগুত কৰিলা॥
চলি যান্ত হেমৱন্ত দৰা আদৰিবাক।
লগতে চলিয়া যান্ত যতেক পৰ্ব্বত॥২৬৮

পৰ্বতীয়া বাদ্যক বজাৱে শত শত।
সীমা সংখ্যা নাহি তাৰ বাদ্য বাজে কত ॥
পাইলা গৈয়া পাছে শিৱৰ সমীপক।
বিষ্ণুক কৰিলা পূজা ৰজা প্ৰথমত ॥২৬৯
আত অনন্তৰে পূজা কৰিলা শিৱক।
পৰে ব্ৰহ্মা আদি কৰি সমস্ত দেৱক ॥
এহিমতে পূজা কৰিলন্ত হেমৱন্ত।
তাত পাছে মেনকায়ো আদৰিলন্ত ॥২৭০
মান সত্কাৰ সবে কৰিলন্ত যাই।
বসিলন্ত শিৱ বিষ্ণু সভা ঘৰ পাই ॥
বসিবাক লাগি সবাকো আসন দিয়াছে।
যথাযোগ্য আসনত বসিলন্ত পাছে ॥২৭১
পূৰ্ব্বদিশে ব্ৰহ্মা বিষ্ণু আদি দেৱ যত।
পশ্চিমত বসিবন্ত যতেক পৰ্ব্বত ॥
উত্তৰত বসিলন্ত যত ৰাজা প্ৰজা।
দক্ষিণত বসিলন্ত বিভীষণ ৰাজা ॥২৭২
ব্ৰহ্মৰ্ষি দেৱৰ্ষি আৰু ৰাজৰ্ষি যত যত।
সকলে বসিলা পাৰ্বতীৰ ওচৰত ॥
লক্ষ্মী সৰস্বতী বসে পাৰ্বতীৰ সঙ্গে।
কথা পাতিবাক লৈলা মনে অতি ৰঙ্গে ॥২৭৩

হাসে হসুৱাই কতো জনী নচুৱাই।
পাৰ্ব্বতীৰ মুখ চাই ওৰণি গুচাই ॥
জোৰা নাম গাই শিৱ পাৰ্ব্বতীক জুৰি।
কৰতালী বাই নচুবাই যত বুঢ়ী ॥২৭৪
এহিমতে নানা ভাৱে কৰিয়া হৰিষ।
নাৰীগণে নাম গাই কৰিয়া ৱিশেষ ॥
ভিতৰৰ কথা আবে এহিমানে থওঁ।
আত অনন্তৰে বাহিৰৰ কথা কওঁ ॥২৭৫
বিবাহৰ কৰ্ম্ম ব্ৰহ্মাদেৱে কৰিলন্ত।
বিবাহৰ মণ্ডপক পাতিয়া থৈলন্ত ॥
তাহাতে পাতিল্য আনি গণপতি ঘট।
তাহাতে লগাইলা আনি ধূপ দীপ যত ॥২৭৬
গৰ্গমুনি আসিলন্ত হাতে বিধি লই।
বসিলন্ত সভামাজে সাৱধান হুই ॥
ব্ৰহ্মাদেৱে কুশাঙ্গুষ্ঠি আপুনি পিন্ধিলা।
পাদ্য অৰ্ঘে মধুপৰ্কে কৃষ্ণক পূজিলা ॥২৭৭
হেমৱস্ত্ৰে গৈয়া কুশ হস্তত পিন্ধিলা।
আচমন কৰি বিষ্ণু স্মৰি শুদ্ধ ভৈলা ॥
ব্ৰহ্মা মন্ত্ৰ পঢ়ি শিৱ হাতে পাদ্য দিলা।
মধুপৰ্ক দিয়া পাছে হৰক বৰিলা ॥২৭৮

ব্ৰহ্মায়ে বোলন্ত আৰে মেনকা শুনিয়ো।
শীঘ্ৰ কৰি যোৱা তুমি কন্যাক আনিয়ো॥
শুনিয়া মেনকা তেতিক্ষণে চলি যাই।
কন্যাক আনিলা গৈয়া বিবাহৰ ঠাই॥২৭৯
সেহি সময়ত বৰ শবদ উঠিল।
বাদ্যৰ শবদে গৈয়া আকাশ চুইল॥
অসংখ্য নটুৱা নাচে আৰু অপেশ্বৰী।
হৰিধ্বনি দেন্ত সবে আৰম্ভ উকলি।২৮০
বীণা বাদ্য বাজে কতো নাহি লেখ জোখা।
একেবাৰে উঠে সবে লক্ষ লক্ষ ওজা॥
কতো স্থানে গাৱে সৱে কৃষ্ণৰ কীৰ্ত্তন।
শিৱ নাম কতো স্থান পৰশে গগন॥২৮১
যতেক আসয় আৰু পৰ্ব্বতীয়া সকল।
আপোনাৰ সবে মিলি গাৱে সুমঙ্গল॥
ভূত প্ৰেত পিশাচেও নাচে আনন্দত।
অপ্সৰ কিন্নৰো মত্ত সবে উল্লাসিত॥২৮২
বৈশম্পায়ন বদতি শুনিয়ো নৰপতি।
সভাত প্ৰবেশ যেবে ভৈলন্ত পাৰ্বতী॥
বেদ বিধি মতে নিয়া মাথে ফুল দেন্ত।
আনিয়া পিতৃৰ সমীপত বসাইলন্ত॥২৮৩

ব্ৰহ্মায়ে বোলন্ত শুনা শিৱ মোৰ বাক।
আত অনন্তৰে শুনিয়োক সভাৰাজ॥
হেন কথা ভৈল্ন্ত যেবে সভাৰ মাজত॥
তেতিক্ষণে আনি বসুৱাইলা পাৰ্ব্বতীক॥২৮৪
পাৰ্ব্বতীৰ ৰূপে শোভা কৰে চতুৰ্দ্দিশি।
শৰত কালত যেন পূৰ্ণিমাৰ শশী॥
ঋষি মুনি তপস্বী আছিল্ন্ত যানে যত।
দেৱীৰ ৰূপক দেখি ভৈল্না চমকিত॥২৮৫
বিষ্ণু মুগ্ধ ভৈল্না আন কাৰেই বা লেখা।
দেখা সভাজনৰ ভৈল্ন্ত যিমত অৱস্থা॥
কাম লোভ সাৰিবাৰ নাহিকে শকতি।
সবেও ভৈলন্ত যেন মৰাৰ প্ৰকৃতি॥২৮৬
হেন জানি কামক্ৰোধ আদি পৰিহৰি।
সমস্তে সমাজে ডাকি বোল্না হৰি হৰি॥২৮৭

ঝুমুৰি।

পাৰ্বতীৰ ৰূপ দেখি।
বিস্ময় ভৈলেক আখি॥
হৰিলেক শ্ৰুতি জ্ঞান।
বাতুলৰ যেন ধান॥২৮৮

এৰিলেক লাজ যত।
কতো ভৈল উনমত্ত॥
কতো চাৱে চক্ষু ঠাৱে।
জানো মোত দৃষ্টি পৰে॥২৮৯
কতো বোলে দেখো মুখ।
নলাগয় স্বৰ্গ সুখ॥
কতো চাৱে ভৰিলৈকে।
জানো দেখো আঙ্গুলিকে॥২৯০
আক দেখি ত্ৰাণ পাবো।
নেদেখিলে মৰি যাইবো॥
দাস কৰি লৈছে মোক।
দূৰ হোক দুখ শোক॥২৯১
এহিমতে সভাখান।
ভৈল আতি অন্তৰ্ধ্যান॥
সৰ্প সব জৰ্জ্জৰিত।
সবে ভুলিলেক ফেট॥২৯২
ৰাক্ষস পিশাচ যত।
সিও ভৈল উনমত্ত॥
যোগী মুনি ঋষি যত।
সবেও এৰিলে তত্ত্ব॥২৯৩

কামবাণ লাগি গাত।
গাৱে কৰে যাত যাত॥
লাজ জ্ঞান ভৈলা বাজ।
এৰিলেক লাজ কাজ॥২৯৪
কপিঙ্গ গৈলেক খসি।
ৰৈলা মনে বিমৰিষি॥
ব্ৰহ্মাণ্ড গৈলেক ভোল।
এৰিলেক মাত বোল॥২৯৫
এৰিলেক স্রুব স্রুচ।
কামবাণে মুচ কচ॥
কথমপি ধৈৰ্য্য ধৰি।
স্রুব লৈলা বিষ্ণু স্মৰি॥২৯৬
শুনিয়োক সভাসদ।
দেখা কেনে অদভুত॥
ঈশ্বৰ-ঈশ্বৰী দুই।
আসি আছে সাজু হুই॥২৯৭
তাহাৰ পাতিছে বিয়া।
সংসাৰে ৰাখিছে চিয়া॥
পৰবস্তু পৰধন।
তাহাতে যাহাৰ মন॥২৯৮

ইহলোকে দুখ পায়।
মৰিলে নৰকে যায়॥
হেন জানি বুদ্ধজন।
তাহাত নিদিবা মন॥২৯৯
এৰিয়োক পৰ আশ।
নামত লৈয়োক বাস॥
তৰিবাৰ কৰা কাম।
ডাকি বোলা ৰাম ৰাম॥৩০০

—— ০ঃ*ঃ০ – —

### পদ

ঋষিয়ে বোলন্ত ৰাজা শুনা সাৱধানে।
হৰ-গৌৰী দুহান্তক কৰি এক থানে॥
উৰুলিক দিয়া লগ্নগ্ৰন্থি বান্ধিলন্ত।
সেহিবেলা ব্ৰহ্মা হেমন্তক পুছিলন্ত॥৩০১
তোমাৰ কহিবে লাগে যদি কথা থাকে।
এহি সময়ত তাক কহিবাক লাগে॥
শুনি হেমৱন্তে কথা কহিলন্ত পাছে।
মোৰ বংশ পৰিবাৰ যত আসি আছে॥৩০২

সমস্তকে লাগে মান দান ধৰিবাক।
এহি কথা পূৰ্ব্বে মই কহিলো হৰক॥
শুনি ব্ৰহ্মা তেতিক্ষণে বায়ুত কহিলা।
বস্ত্ৰ অলঙ্কাৰ আনি সমস্তকে দিলা॥৩০৩
হেমৱন্তে পুনৰপি ব্ৰহ্মাক বদতি।
শুনিয়োক ব্ৰহ্মাদেৱ মোহোৰ মিনতি॥
আমাৰ মেনকা ভাৰ্য্যা অতি কুপ্ৰকৃতি।
শিৱৰ ৰূপক দেখি হৈছে বিচুৰ্ত্তি॥৩০৪
অনেক প্ৰকাৰে বুজাই কৰিলোহো শান্ত।
তথাপি তাহাত মনে নভৈলেক ক্ষান্ত॥
এতেকে ভৰষা মই কৰিলো তোমাত।
ভালকৈ বুজুওৱা যেন তুমিও শিৱক॥৩০৫
অল্প বছৰীয়া মোৰ পাৰ্ব্বতী জীয়াই।
নাজানে সুশুনে একো দেখাওতা নাই॥
এহি বুলি ব্ৰহ্মা আগে কহিলা বুজাই।
শুনিয়া মেনকা মাতিলন্ত থেহেৰাই॥৩০৬
জীয়েকক পালিবন্ত শিৱক বুজাই।
যদি ফেটি সাপে খোঁট মাৰিয়া নেখাই॥
সুৱৰ্ণ মাণিক মণি তেজিয়া পোৱাল।
সি সবক এৰি লৈল সৰ্প বাঘছাল॥৩০৭

ঈশ্বৰ বুলিয়া ভাষ ধৰি ফুৰে হৰে।
ভাঙ্গ খুন্দা খাই ঈশ্বৰৰ লীলা কৰে॥
হৰে যে এনুৰা ভাষ ধৰিয়া ফুৰয়।
ব্ৰহ্মা বিষ্ণু দুয়োজনে কিয় নধৰয়॥৩০৮
মায়াৰূপ দৰশাই মোক ভাণ্ডিলেক।
শুনি তেতিক্ষণে সৰ্পে খোট মাৰিলেক॥
বিনাই কান্দন্ত দেৱী সমাজত পৰি।
দেখি সভাসদে বোলে হৰ বিষ্ণু হৰি॥৩০৯

---

লেচাৰি

মহেশক নিন্দা কৰিলেক, সৰ্পে আসি খোট মাৰিলে
বিষে জৰ্জ্জৰিত চেতন নাহিকে গাত।
গাৱে একো তত্ত্ব নাহিকয়, মেনকা সুন্দৰী বিনা
ধৰিলন্ত আসি জোঁৱাই শাহুৰ মান॥৩১০
দেখা সৰ্ব্বলোক কি কৰিলে, সৰ্প মেলি খুৱাই মোক মাৰি
অকাৰণে শিৱে বধিলে মোৰ পৰাণ।
মাতিয়া জোঁৱাই আনিলোহো, বিস্ময় মানিয়া বুলিলো
সেহি বচনক পেটে লোৱা কোপ কৰি॥৩১১

নেদেখিলো অলঙ্কাৰ ভাল, গলে মুণ্ডমালা বাঘছাল,
ৰূপ দেখি মই বুলিলোহো নিন্দা কৰি।
ভূত প্রেত সঙ্গৰ শিৱক, নিদিও বোলা কন্যা হেন বাক
বুলিলোহো হেনয় বচন শিৱ আগে ॥৩১২
হেন বচনক ধৰি মনে, কৰিলে কপট অকাৰণে
সেহিসে কাৰণে মোক খুৱাইলেক সাপে।
শুনা সৰ্ব্বজন এক মনে, হেনয় কথাক নকৰা কোনে,
মায়া বদ্ধ কৰি বিবাহক কৰে জীক ॥৩১৩
হেনয় কৰিয়া কৰে বিয়া, সংসাৰ বুৰিয়া ৰাখে চিয়া,
শিৱক প্ৰশংসা কৰিবেক সৰ্ব্বলোক।
যিহোক সিহোক কপালত, বিধিয়ে লিখিলে যেনমত,
পাৰ্ব্বতী জীৱ গতি কি হৈৰে পাছে ॥৩১৪
আই হেৰ পাৰ্ব্বতী সুচৰিতা, মোৰ কেনে বিপৰীতা,
সমস্ত সমাজে চাহি আছে নেত্ৰ ভৰি।
হে মোৰ আই সৰ্পে খাই, বিষে কণ্ঠ প্ৰাণে ধাতু যাই,
জানিলোহো মই চলি যাওঁ যমপুৰী ॥৩১৫
আহা মোৰ আই কোলে লওঁ, হৃদয়ৰ জুই পলুৱাও,
কেতিক্ষণে জানো মই যাইবোহো মৰি ।
ৰি যদুখে কান্দে মেনকাই, পাৰ্বতীক স্মৰি কৰে হাই
দেখি গৌৰী মনে অনেক দুখ কৰি ॥৩১৬

## পদ

বৈশম্পায়ন বদতি শুনিয়ো ৰাজা পাছে।
সৰ্প বিষে মেনকায়ো কান্দি কান্দি আছে॥
শুনিয়া পাৰ্ব্বতী দেবী মনে পাই ত্ৰাস।
লাজত থাকিয়া দেৱী নকৰে প্ৰকাশ॥৩১৭
তথাপি মনত কৰি আছয় বিষাদ।
ব্ৰহ্মাদেৱে জানিলন্ত পাৰ্ব্বতী বিষাদ॥
ধন্বন্তৰী পাঠিলন্ত মেনকাৰ ঠাই।
তান দেখা মাত্ৰে বিষ দূৰে চলি যাই॥৩১৮
ব্ৰহ্মায়ে বোলন্ত মেনকা শুনিয়োক।
যাৰ যিবা লাগে মানে তাক বুলিয়োক॥
শিব পাৰ্ব্বতীৰ আবে লাগি আছে যোৰা।
অকাৰণে কিয় তাত হকা বাধা কৰা॥৩১৯
সেহিসে কাৰণে তুমি পাইলা এত দুখ।
ক্ষমিয়োক জোৱাইৰ বড়া টুটা দোষ॥
বিধিৰ লিখন আছে পূৰ্ব্বে কপালত।
অৱশ্যে তোমাৰ কন্যা পৰিবে হৰত॥৩২০
মেনকা বোলয় প্ৰভু তুমিয়েসে বিধি।
তোমাৰ নিমিত্তে হোৱে সৰ্ব্ব কাৰ্য্য সিদ্ধি।

তোমাৰ বুদ্ধিয়ে ভুলাইলেক হেমৱন্তক।
তোমাৰ বুদ্ধিয়ে হৰে পাইলেক পাৰ্ব্বতীক ॥৩২১
তোমাৰ বুদ্ধিয়ে হৰ সৰ্পে মোক খাই।
তোমাৰ বুদ্ধিয়ে গৌৰী মনে দুখ পাই ॥
ইসব শুণিয়া ব্ৰহ্মা নেদন্ত সিদ্ধান্ত।
পুনঃ পুনঃ বোলে তুমি হয়ো মন শান্ত ॥৩২২
সৰ্ব্ব সিদ্ধি ভৈল গৌৰীৰ শিৱ ভৈল বৰ।
তোমাৰেসে জী-জোৱাই তোমাৰেসে ঘৰ ॥
অনেক বুজায়া ব্ৰহ্মা মৌন হই ৰৈল।
হোম দিবে লাগি তান সাৰোগত ভৈল্যা ॥৩২৩
গৰ্গমুনি পুছিলন্ত সম্প্ৰদান কালে।
পিতৃ পিতামহ নাম কোৱা বাচা ভালে ॥
শুনি ব্ৰহ্মা বুলিলন্ত শুনা মুনিবৰ।
শঙ্কৰ পিতাৰ নাম পিতামহ হৰ ॥৩২৪
প্ৰপিতামহৰ নাম দেৱ পুৰন্দৰ।
শিৱগোত্ৰে কন্যাদান কৰা গিৰিবৰ ॥
এহি কথা শুনি শিৱ আনন্দিত মন।
হেমৱন্তে পাৰ্ব্বতীক কৰে সমৰ্পণ ॥৩২৫
দুই জন মাথাত দিলন্ত দূৰ্ব্বাক্ষত।
নাৰীগণে হুৰাহুৰি দেন্ত উৰুলিত ॥

কন্যা সম্প্ৰদান কৰি লগ্ন গাণ্ঠি দিলা।
মন্ত্ৰ অভিষেক কৰি ঘৃতক ঢালিল্‌া ॥৩২৬
যৌতুকৰ বস্তু আনি দিলা হেমৱন্তে।
সবাকো উছৰ্গি দিলা কন্যাৰ লগতে ॥
বিষ্ণুৱে উছৰ্গে দুই সাজ অলঙ্কাৰ।
কিঙ্কিণী বলয় আদি আৰু হেমহাৰ ॥৩২৭
উছৰ্গিলা ব্ৰহ্মায়ে কপিলা দশ গোট।
সবাৰো কপালে জ্বলে মাণিকৰ ফোট ॥
ইন্দ্ৰে উছৰ্গিলা পাছে কুণ্ডল সুৱৰ্ণ।
শচী উছৰ্গিলা আনি দেৱাঙ্গ ভূষণ ॥৩২৮
চন্দ্ৰে উছৰ্গিলা শিলা সাত খান হীৰা।
বসিবাক শুতিবাক দিলা ছালপিৰা ॥
সূৰ্য্যে উছৰ্গিলা আৰু মণি সূৰ্য্যপট।
সূৰ্য্যসম জ্বলে আনি দেখি ফট ফট ॥৩২৯
একগোটা মণি আছে নেলাগে অগনি।
মাগিলে সুৱৰ্ণ বৰিষয় এক মণি ॥
আউৰ মণি আছয় ৰাত্ৰিক দিন কৰে।
আউৰ মণি গোট ক্ষুধা পিপাসাক হৰে ॥৩৩০
আউৰ মণি গোটে কৰে সংগ্ৰামত জয়।
আউৰ মণি লৈলে নাহি কৈতে হন্তে ভয় ॥

এহিমতে মণি সূৰ্য্যে উছৰ্গিয়া দিলা।
যত আছে ভাগে ভাগে সবে উচৰ্গিলা ॥৩৩১
বায়ুৰাজে উছৰ্গিয়া দিলা ভস্মধূলা।
সৰ্পৰাজে ৰত্নহাৰ উছৰ্গিয়া দিলা ॥
বিভীষণে উছৰ্গিলা সুৱৰ্ণৰ ভাৰ।
বৰুণ উছৰ্গি দিয়ে মুকুতাৰ হাৰ ॥৩৩২
আন আন দেৱগণে সবে উছৰ্গিলা।
যাৰ মনে যিবা ধৰে তাকে উছৰ্গিলা ॥
ৰাক্ষস পিশাচ ভূত প্ৰেত আদি কৰি।
উছৰ্গে সবেও নিজ শক্তি অনুসৰি ॥৩৩৩
লক্ষ লক্ষ উছৰ্গিয়া দিলা হাতী ঘোড়া।
মহিষ মেথোন গড় নাহিকয় ওৰা ॥
দোল দোল হুয়া বস্তু সব পৰি ৰৈল।
হেমৱন্ত পুৰীখান ৰত্নময় ভৈল ॥৩৩৪
কতো জনে উছৰ্গিলা সুৱৰ্ণ সফুৰা।
কতো উছৰ্গিলা আৰু ভাঙ্গ যে ধতুৰা ॥
কতো কতো জনে উছৰ্গিলা আনি ভাঙ্গ।
কতো জনে উছৰ্গিলা ভাঙ্গ খুন্দা ডাঙ্গ ॥৩৩৫
পাছে ব্ৰহ্মাদেৱে হোম অগনিত দিলা।
আথৈ পিঠা আছে যত অগ্নিত অৰ্পিলা ॥

বিবাহৰ অন্ত ভৈলে দক্ষিণাক দেই।
পূৰ্ণাহুতি কৰে ব্ৰহ্মা বিধিখান চাই ॥৩৩৬
অনন্তৰে বৰ কন্যা ভিতৰক যান্ত।
বাতি ভৰা পৰমান্ন ভোজন কৰন্ত ॥
এহিমতে ব্ৰহ্মা কৰিলন্ত বিধিমত।
হৰগৌৰী বিবাহক যেন সমাপত ॥৩৩৭
এহিমতে হৰগৌৰী বিয়া কৰি পাছে।
হৰক চলিবে লাগি কাছি পাৰি আছে ॥
শাশুৰী শশুৰে পাছে মেলানি মাগিয়া।
গৃহে চলি গৈয়া পৰিষদ সঙ্গে লৈয়া ॥৩৩৮
অনন্তৰে পাইলা যাই কৈলাস শিখৰ।
মহানন্দে গৌৰী সঙ্গে থাকে দেৱ হৰ ॥
পাতক নাশন ইটো ঈশ্বৰৰ লীলা।
স্মৰণ কীৰ্ত্তন কৰি বৈকুণ্ঠক চলা ॥৩৩৯
হৰগৌৰী স্মৰণত জীৱ ধন্য হয় ॥
অশেষ আপদ তৰি দিব্য গতি হয় ॥
হেন জানি নিৰন্তৰে আন কাম এৰি।
পাতক ছাৰোক ডাকি শিৱ শিৱ স্মৰি ॥৩৪০

[ হৰগৌৰী বিবাহ সমাপ্ত ]

# আমাৰ ওচৰত পাব পৰা পুথি।

| | |
|---|---|
| ভাগৱত—(প্ৰথম স্কন্ধৰ পৰা দ্বাদশ স্কন্ধলৈ) মূল্য—১৫৲ | ৰাজসূয়—১৸০ |
| -ভাগৱত—( প্ৰাচীন ীৰ অঙ্কিত ত্ৰিবৰ্ণ ৰঞ্জিত মূল্য—৩০৲ | ঘটাসুৰ বধ—৸০ |
| ভগৱদ্গীতা বা গীতা— ৩৲ | জৰাসুৰ বধ—৸০ |
| ন ঘোষা ৬৲ | কূৰ্ম্মবলী যুদ্ধ—১৲ |
| ঘোষা—১৷০ | অশ্বকৰ্ণ যুদ্ধ—১৷৶০ |
| শ্ৰী হৰণ (কাব্য) ১৸০ | ভক্তি প্ৰেমাৱলী—২৷০ |
| শ্চন্দ্ৰ উপাখ্যান—১৲ | ধৰ্ম্ম সংবাদ—।৶০ |
| বিজয় নাট—১৲ | অৰ্জ্জুন সংবাদ—।৶০ |
| াদি পতন—॥৶০ | শ্ৰীশ্ৰীআদি যামল—১৷০ |
| -মালা—।৶০ | উষা হৰণ—৸০ |
| ৰত্নাৱলী—৩৲ | স্ত্ৰীস্তুতি—।/০ |
| ৰহস্য—॥৶০ | পদ্ম পুৰাণ (স্বৰ্গখণ্ড)—॥৶ |
| ত—(শ্ৰীমন্ত শঙ্কৰদেৱ মাধৱদেৱ ৰচিত)—২৲ | কালিকা পুৰাণ—।৶০ |
| ত—( শ্ৰীশ্ৰীমাধৱদেৱ ৰচিত) ১৷০ | ভীষ্ম চৰিত্ৰ—॥০ |
| | প্ৰহ্লাদ চৰিত্ৰ—।/০ |
| | ৰাধা চৰিত্ৰ—॥৶০ |
| | অগ্নি পুৰাণ বা যমৰ ঘৰত |
| | স্ত্ৰীৰত্ন মানুহ— |
| | স্যমন্ত হৰণ |
| | ৰ বনবাস |
| | লা লখীন্দ |

ৰত্ন ৭কৰা নলবাৰী, ...

ছাপাৰ :- শ্ৰীযোগেশচন্দ্ৰ গোস্বামী ; উদয় প্ৰেছ, নলবাৰী।